কাব্য-সহচৰী

# আগোন-প্ৰিয়া

২য় ভাগ

শ্ৰীৰাম চৰণ মেধি
( আৰাম কুটীৰ )
কামাৰগাওঁ ( সৰভোগ-বৰনগৰ )
কামৰূপ, অসম ।

মূল্য—২·০০ পইচা মাথোন ।

কাব্য-সহচৰী—

# আপোন প্ৰিয়া

[ ২য় ভাগ ]

শ্ৰীৰাম চৰণ মেধি
( আৰাম কুটীৰ )
কামাৰগাওঁ ( সৰভোগ-বৰনগৰ )
কামৰূপ অসম

**'কাব্য-সহচৰী'**—( আপোন-প্ৰিয়া, ২য় ভাগ ) এখনি নিজস্ব ভাব আৰু ভাষাৰ খণ্ড কাব্যৰ আপোন প্ৰিয়া সম্বন্ধিত সৰু পুথি। বিভিন্ন সময়ত বিভিন্ন ঠাইৰ পৰা লিখা কামাৰ গাওঁৰ ( সৰভোগৰ ) শ্ৰীৰাম চৰণ মেধিৰ বান্ধৱী সংক্ৰান্তত উদ্ভৱ হোৱা প্ৰতিক্ৰিয়াৰ মনৰ ভাব ; আৰু জীৱনৰ পৰিভ্ৰমনৰ সাংসাৰিক ৰস্ ।

---

প্ৰকাশক :
( আৰাম কুটীৰ )
আহিনীশ্বৰী লাইব্ৰেৰী
পোঃ কামাৰ গাওঁ ( সৰভোগ )
জিলা—কামৰূপ, অসম

**প্ৰথম প্ৰকাশ :**
**চেপ্তেম্বৰ ১৯৭৭**

**মূল্য : ২-৫০ পইচা মাথোন ।**

"Sex Decency
Invokes the urge
To beautify
Civilisation"

( S. S. THAKUR )

**উপহাৰ ঃ**

'আপোন-প্ৰিয়া' গ্ৰন্থসমূহৰ (প্ৰথম ভাগৰ বাহিৰে বাস্তৱ জীৱন আৰু ভাব-তৰঙ্গৰ যৌৱন ঝঙ্কাৰৰ প্ৰধা নায়িকাৰ ৰূপত যিজনী আপোন প্ৰিয়া – এইজনী শ্ৰীমতী ৰোহিনী প্ৰিয়াকেই মোৰ অতীত ভাব সমূহৰ বোজাৰ ভাৰ সাম্য ৰক্ষাৰ কাৰণে এই 'কাব্য-সহচৰী' খনি আন্তৰিক প্ৰেমেৰে উপহাৰ যাচিলোঁ।

ৰোহিনীৰ—
'প্ৰিয়জন'

## —মূল কথা—

উঠি অহা যুৱ-মনক পৰিস্থিতিৰ কিছুমান ভাব বিশেষে স্বাভাৱিকতে চঞ্চল কৰি তোলে। ইয়াৰ এটা বিশেষ ফাল (যৌন-স্পৃহা), ডেকা জীৱনত একেলগে খোজ কঢ়া সঙ্গিনী গাভৰু ছোৱালীৰ সংস্পৰ্শে ভাব-জীৱনক অতি সোনকালে পৃথিবীৰ সৰু ডাঙৰ প্ৰায় বেচিভাগ মুনিহকেই ভাব-সংক্ৰামক কৰি তোলে। ইয়াৰ উদাহৰণ বহুতো আছে। এনেকি মহাযোগীৰাজো নাৰী চিত্ৰলেখাৰ সংস্পৰ্শত পৰি যোগী জীৱনত লটি-ঘটি হোৱা উল্লেখ আছে। এয়েই বোধহয় নাৰী চৰিত্ৰৰ বিশেষ মাহাত্ম্য; 'হৰ'ৰ নিচিনা যোগীক মোহিব পৰা মোহিনী ৰূপ!

এনেহেন বিশেষ শ্ৰেণীৰ চিন্তাধাৰাই জীৱনত গভীৰ ভাবে ভাব বাহুল্যহৈ ভাষাত প্ৰকাশ পালে কাব্য কবিতাৰ সৃষ্টি হয়। তদনুৰূপ এই দ্বিতীয় ভাগ 'আপোন-প্ৰিয়াৰ' সৃষ্টিও খণ্ড কবিতাৰে এইৰূপ ভাষা; স্থান বিশেষৰ বিশেষ বান্ধৱী সংস্পৰ্শৰ অনুভৱক লিপিবদ্ধ কৰি ৰখা অতি পুৰণি কথা বিলাক বাকচত বহুদিন পৰি আছিল। শ্ৰীমতী ৰোহিনী প্ৰিয়াই (আপোন-প্ৰিয়াই) উপযুক্ত সময়ত জীৱনক স্বাগত কৰি বাকীছোৱা ডেকা জীৱনৰ প্ৰধান লগৰী হৈ পৰিলেহি; আৰু তাইৰ এই স্বাগত জীৱনৰ গাভৰু প্ৰকৃতিয়ে তেতিয়াৰে পৰা দেহ–মনক সক্ৰিয় ভাবে স্পৰ্শ কৰি এই ভাব বিলাকক আৰু সতেজ কৰি তোলাত বিশেষ সহায়হৈ পৰিছিল।

এই কাৰণে 'কাব্য-সহচৰী'ত লিখা বিলাক তিনি অধ্যায়ত ভাগ হল। প্ৰথম আৰু তৃতীয় অধ্যায় পঢ়া আৰু চাকৰী জীৱনত, আমাৰ দাম্পত্য জীৱনৰ, তথা শুভ বিবাহৰ আগতে হোৱা ভাব যদিও, অপুষ্ট মনৰ সুস্থ প্ৰকাশ আছিল। ইয়াৰ কিছুভাব ১৪।১৫ বছৰ বয়সৰ পৰাই আৰম্ভ কৰা ভাব-বিচিত্ৰা। আৰু দ্বিতীয় অধ্যায় শ্ৰীমতীৰ উপস্থিতিৰ পৰাই উদ্ভৱ হোৱা ভাবনা। যি প্ৰকাশ এতিয়া তাইৰে (আপোন-প্ৰিয়াৰে) ইচ্ছানুসাৰে আংশিক ভাব-জীৱনটোক সমাবেশ কৰি আজি ৰাইজৰ ওচৰত ক্ষুদ্ৰ বৰঙণি হিচাপে আগবঢ়াবলৈ ইচ্ছা কৰিলো। ইয়াক পঢ়ুৱৈ সমাজে আৱশ্যকীয় আলোচনা-সমালোচনা কৰিবলৈ ত্ৰুটি নকৰে যেন। ইতি

—লিখক—

# প্ৰিয়ৰ লেঠা, তথা জীৱনৰ কথা

জীৱন আৰু যৌবন নৌহওঁতেই পুষ্ট,
কতজনী প্ৰকৃতি আহি কৰিলে স্পৰ্শ;
নুমলীয়া জীৱনতে মোহিনী মায়াই,
অধ্যয়নতেই বঢ়ালে ভাব সংঘৰ্ষ।
খেলোঁতে পঢ়োঁতে তথা কৰ্ম্ম জীৱনত,
বালিকা, গাভৰু আৰু যুৱতী ৰমনী;
দেহাতী ভণীটি আৰু লগৰী সেৱিকা,
আগবাঢ়ি আহিলে সবে নাৰী মোহিনী।
খেলি মেলি জীৱনত বাগৰি ভাগৰি,
বহুতৰ চুমা পাই বহুতক চুমা খাই;
কৰিলো সম্ভাষণ আমি বাটে বাটে গৈ,
ইহঁতেই পৰিবেশিলে আপোন প্ৰিয়া হৈ।
লেলিনৰো এই কথা ভাবৰ প্ৰধান,
মানবৰ আৱশ্যক 'চেক্স এণ্ড হাঙ্গাৰ';
ভাৰতীয় দৰ্শনো কাম-কামনায় পূৰ,
বশ্যায়নৰ সূত্ৰত সৃষ্টি আৰু শৃঙ্গাৰ।
উনৈছ শ আঠত্ৰিচৰ পৰা লিখা এই,
আপোন ধেমালী ৰস, কাব্যৰ পাঠত;
জীৱন লগৰী পাই প্ৰিয়া ৰোহিনীক
সকলো নিবেদিলোঁ ৰাইজৰ আগত

'প্ৰিয়জন'
(আৰাম কুটীৰ)

# সূচী-পত্ৰ



## দ্বিতীয় অধ্যায়

## তৃতীয় অধ্যায়

( ভাব-বিচিত্ৰা )



# আপোন প্ৰিয়া

( ২য় ভাগ )



প্ৰিয়জন :—শ্ৰীৰামচৰণ মেধি

প্ৰকাশক :
আহিনীশ্বৰী লাইব্ৰেৰী।
—আৰাম কুটীৰ -
পো : কমাৰ গাওঁ (সৰভোগ)
কামৰূপ (অসম)

## —লিখকৰ অন্যান্য—

**লিখকৰ প্ৰথম প্ৰকাশন :**—চীনা আক্ৰমণৰ সময়ত লাদাখৰ ১৬০০০ ফুট পৰ্ব্বতৰ ওপৰত ইং ১৯৬৩ চনৰ ৰচিত ভাব-'আপোন-প্ৰিয়া' ( ৪ৰ্থ ভাগ ) ঃ—এক পৰ্ব্বতগুহাৰ জেল ; আৰু হিমালয় বৰফৰ মাজত 'তুষাৰ-মানৱ'ৰ ( Abominable ওৰ ) খেল। দাম্পত্য প্ৰেমৰ পৰা পৃথক হোৱা প্ৰিয়ালৈ হিম-গিৰিৰ পৰা পঠোৱা বাৰ্ত্তা, আৰু বাহকৰ প্ৰতি অনুৰোধ উক্তিয়ে 'আপোন-প্ৰিয়াৰ' এক বাস্তৱ প্ৰিয়া-প্ৰেমৰ' জীৱন্ত অনুভূতি। যিয়ে তুলনাত 'মেঘদূতৰ কাল্পনিক কাব্যিক যক্ষ আৰু শ্ৰেষ্ঠ কবিৰ তে-পুৰাণি কাব্যৰ যক্ষ-প্ৰিয়াতকৈ বাস্তৱ ঘটনাৰ নতুন ৰূপৰ নতুন প্ৰেম আগবঢ়াইছে।

পুথিখন পঢ়িলেহে নিজৰ বিচাৰৰ যোগ্য হব। সেয়ে অসমৰ খ্যাতনামা কবি-সাহিত্যিক পদ্মশ্ৰীদ্বয়ৰ অভিমত আৰু বাইজৰ প্ৰতি চাকি চাবলৈ কোৱা মন্তব্য 'আপোন-প্ৰিয়াৰ' ( চতুৰ্থ ভাগৰ ) যথাৰ্থ কাব্যিক মূল্য আৰু প্ৰেমিক অনুভূতিৰ প্ৰসংশা পত্ৰ আগবঢ়াইছে।

## —প্ৰিয়াৰ ছবি—

এইযে ছবিটি মই দেখিছো সদায়
বিপদৰ কিবা এটি আগ বতৰাত;
অতৃপ্ত মনৰ সিটো হিয়া কাঢ়ি নিয়া,
কেৱাহি চাৱন আৰু ঠেহঁধৰা মাত।

শ্যামল শৰীৰ প্ৰিয়াৰ মোহিনী-ৰূপ
কেঁকোৰা কেঁকুৰি চুলি তপিনাত পৰা;
মিচিকি মিচিকি হাঁহি হেপাহেৰে মাতা
চঞ্চল গতিত লয়লাসে খোজ কাঢ়া।

চকুত জিলিকি থাকে মোৰ ৰূপ-ভঙ্গিমা
মনত কিবা এটি আবেগৰ ভাৰ;
সদায় বিচাৰি থাকো চকুৰ আগত
তাতেই কিবা যেন আছে এটি লাভ।

চকুৰে চকুৰে চালে ৰঙা-চিঙা পৰি
লাজৰ ভাৰটি লৈ তলমূৰা হয়;
হেপাহৰ কথা যদি আগবাঢ়ি সোধোঁ
অন্তৰৰ মাতষাৰি সাদৰেৰে কয়।

কত কথা সোধে আৰু কত কথা কয়,
কথা তেওঁ পাতিলে নহয় আৰু শেষ;
নিজৰ প্ৰকৃতি ভুলি বহু কথা কয়
তেতিয়াহে ধৰে প্ৰিয়াই ৰূপহী বেশ।

খোপাৰ চুলি কিদাল আউলি-বাউলী হৈ
ৰিহাৰ আঁচল খনি খহি খহি পৰে;
অজ্ঞাত সাৰে প্ৰিয়াৰ নাচে বুকু খনি
কথাৰ নিচাত তেওঁ সকলো পাহৰে।

কিবা ভাবি কিবা গুণি ৰিহাৰ আঁচল টানি,
সঘনে মোৰ পিনে ঘূৰি ঘূৰি চায়;
নীলা চকু জুৰিৰেই জেউতি বঢ়াই
আবেগৰ সুৰটিত কিবা কথা কয়।

খহিপৰা ফুলটি আকৌ খোপাত গুজি
মন মাৰি নীৰৱে থাকিব যেতিয়া;
নিলাজী বতাহী আহি মৌনতা ভাঙিলে
দেখি প্ৰিয়াক মোৰ ভাল লাগে তেতিয়া।

—(ইং ১৯৩৮ চন)

—

## —অভিপ্ৰায়—

অতদিনে মনে মনে
প্ৰিয়াৰ কাষত বহি
নীৰৱে আছিলো চাই;
কিবা এটি আশা ধৰি
চকুৰ আগত মই
তেওঁৰে ছবিটি লই।

এদিন অকলে মই
একেথৰে চাইছিলো
প্ৰিয়াৰ মুখৰ ফালে;
বুজিলে ভাৱৰ গতি
তেওঁ, মোৰফালে চাই
মুখত হাঁহিটি ললে।

চকুৱে চকুৱে চালো
আৰু এবাৰ প্ৰিয়াৰ
নিচেই কাষত গই,
এই সুবিধাতে তেওঁ
মাত একাষাৰি দিলে
কেৰাহি চাৱনি এটিলৈ।

কথাষাৰি শুনি মোৰ
পুহিৰখা আশা এটি
হিয়াত দকৈ বাজিল;

সেই দিনাৰ পৰাই
দুয়োৰো মাজত এটি
পীৰিতি ভাৱ জাগিল।

অত দিন আশা কৰা
ৰূপহী ছবি—সোমাল
আহি মনৰ মাজত;

অতি সহজে পালোঁ
লাজুকী সখীক আজি
মই নিচেই কাষত।

মাতৰ পৰশ পাই
দুয়োৰো হিয়াত কঁপি
উঠিলে প্ৰেমৰ ঢউ;

মনস্থ কৰিলো দুয়ো
ভাল পাবলৈ জীৱনত
দুয়োৰো এৰন নাই।

বহুদিনে সাঁচি থোৱা
মোৰ অন্তৰৰ কথা
তেওঁক গুপুতে কলোঁ;



সিদিনাৰে পৰা মই
প্ৰিয়াক আপোন বুলি
মনত চপাই ললোঁ।।
(ইং ১৯৩৮ চন)

---

## —মধুৰ পৰশ—

অতপৰ মই
তোমাৰ কাষত
আছোঁ যে প্ৰিয়া;
হিয়াৰে মিলন
পাবলৈ বুলি
তোমাৰ হিয়া।
বৰ ভাল পাওঁ
তোমাৰ লগত
কথাটি কই
হেপাহ নপলায়
তোমাৰ ৰূপহী
ছবিটি চাই।
মোৰেই কাষত
তুমিও যে আছা
চোৱাতো প্ৰিয়া;
অতি ওচৰত

আমাৰ মাজৰ
দুখনি হিয়া।

এনেদৰে তুমি
চিৰদিন মোৰে
আগত থাকা;
পাৰামানে তুমি
যৌৱন ৰূপৰ
অমিয়া বাকা।
তোমাৰ প্ৰকৃতি
ৰূপত ৰূপহী
লাজুকী ভাষা;
ভাবানেকি তুমি
আমাৰ মিলন
নিৰাশ আশা ?
পাওঁযে তোমাৰ
শুনিবলৈ এটি
শুৱলা মাত;
আৰু কেতিয়াবা
মধুৰ পৰশ
দুখনি হাত।

(ইং ১৯৩৮ চন)

---

## —প্ৰিয়াৰ পৰশ—

ইমান মধুৰ প্ৰিয়াৰ হাতৰ পৰশ,
জীৱনত কিবা এটি সঞ্জীৱনী ঢালা;
পলকে উপচি পৰে হিয়াৰ কাৰণে,
প্ৰেমিকৰ হৃদয়ত আবেগৰ খেলা।

ভ্ৰান্তিময় যৌৱনত সুধাৰ আলোক,
কোমল প্ৰিয়াৰ হিয়া এনেয়ে বিলোৱা;
বিচাৰি নেপাওঁ সিটো বাহিৰৰ পৰা,
হিয়াৰ মাজত থাকি অজ্ঞাতে কঁপোৱা।

ৰূপৰ পোহৰ লই বিশ্বৰ আগত
পৰশেদি ভালপোৱা উপযাচি দিয়া;
বাসনাৰ মাধুৰিটি আবেগেৰে কই
বিচৰা এখনি মাত্ৰ প্ৰতিৰূপ হিয়া।

ইমানেই মধুৰতা তোমাৰ দেহত,
মদনৰ পঞ্চশৰ লগত সদায়;
তুমি যদি যাচা তাকে জীৱনৰ প্ৰতি
লম মই সাদৰেৰে বুকুত সুমায়।

অযাচিতে দিয়া তোমাৰ প্ৰেমৰ মায়া
সঘনে কঁপি উঠে হিয়াৰ মাজত;

পলকে পলকে যেন স্মৃতি পৰশত
বই যায় সুৰ এটি মনৰ মাজত।

জানো কিয় তুমি মোক আপোন ভাবি
নিবিড় বান্ধেৰে বন্ধা তোমাৰ লগত;
সজ্ঞানে অজ্ঞানে মই জীৱনৰ পৰা
কিয় যে পাহৰি যাওঁ সুন্দৰ জগত।

(ইং ১৯৩৯ চন)

——

## —অনুৰোধ—

জীৱনৰ অৱসাদ নউ আহোতেই
প্ৰিয়া তুমি চেনেহ ঢালিবা ;
বিচ্ছেদৰ বাতৰিটি নউ শুনোতেই
তুমি মোক সাদৰি মাতিবা।
কল্পনাৰ পাতনি নউ পাতোতেই
মনে পতা প্ৰিয়া তুমি হবা,
বুকুৰ চেনেহ চুম্বন নউ যাচোতেই
সখী তাক অযাচিতে লবা।



বিৰহ বেদনা নউ সহোঁতেই
তুমি মোৰ কাষত বহিবা;
কিবা যদি পাহৰো জীৱনত মই
পুনৰ তুমি সোঁৱৰাই দিবা।
পাহৰিব খোজা যদি মোৰ মৰম,
আকৌ তুমি ছবিটি আঁকি;
অতি যতনেৰে তাক বুকুত তুলি
দিবা প্ৰিয়া প্ৰনয় বাকি।
ৰাতি টোপনিত প্ৰিয়া সপোন পুৰত
বই লই হিয়াৰ পৰশ,
প্ৰণয় লগৰী মোৰ বুকুৰ মাজত
দিবা আহি কোমল পৰশ।
ইমানতো কয় যদি জগতে আমাক
হুয়োৰো একো মিল নাই. (?) ;
তথাপিও হাঁহি মুখে কওঁ প্ৰিয়া মই
ইয়াত আমাৰ একো দুখ নাই।
ময়ো যদি কেতিয়াবা ভুলতে পাহৰো,
আজীৱন নকৰো বিৰোধ,
মিলনৰ আগ পৰতেই মোৰ
এয়ে প্ৰিয়া শেষ অনুৰোধ।

—— (ইং ১৯৩৯)

## —প্ৰেমৰ জ্যোতি—

নিজৰ কক্ষত থাকি অকলে অকলে
গাইছিলো প্ৰকৃতিৰ গান;
কাৰোপ্ৰতি মোৰ মনত ইমান দিনে
নাছিল একো প্ৰেম অভিযান।
সময়ৰ লগে লগে বয়স সোঁতত
প্ৰেয়সী এজনী আহিল;
মোৰ কাষত বহি জগত মোহিনী ৰূপে
প্ৰেমৰ মদিৰা যাচিল।

কিয় যে আহিলো প্ৰিয়া তোমাৰ কাষত
মইতো নেজানো একোকে ?
ভালপোৱা কিবা যদি আছিল পীৰিতি
হিয়া খুলি জনোৱা সবাকে!
আমি যদি কেতিয়াবা পাহৰো আমাকে
বিৰাগৰ এটি ভাৱনাত;
তথাপিও জগতে সাক্ষী হব আমাৰ
ভাল পোৱা বন্ধ জীৱনত।



তেনেহলে পাহৰিব নোৱাৰিম আমি
ইচ্ছা কৰি দুয়োকো আমাক,
সমাজৰ সাক্ষী আৰু প্ৰেমৰ জ্যোতিত
আপোন বুলি ভাবিম তোমাক।
তোমাৰো থাকিব এটি নিবিড় বান্ধন
এৰাব নোৱাৰা মোৰ প্ৰতি,
হিয়াৰ মাজৰ একেতি স্মৃতিতে বোৱা
প্ৰেমময় নিজৰাৰ গতি।

(ইং ১৯৩৯ চন)

---

## —প্ৰিয়াৰ ধেমালি—

আছেনে মনত সখী ভূগোলৰ মেপ আঁকি
পতা আমি দুয়োজনে গোপনীয় কথা ?
লাজুক মনেৰে মই ভাবিছিলো তোমাৰেই
ৰূপ মাধুৰী আৰু স্বভাৱৰ কথা।
জ্যামিতি প্ৰমান কৰি হাঁহিছিলো হিয়াভৰি
লেখিছিলোঁ বহী ভৰাই কাকতৰ পাত ;
ক'লা ক'লা আখৰত তোমাৰে যেন ভাবত
ৰূপহ ছবিটি মই দেখিছিলোঁ তাত।

পৰনে মনত আৰু লাজুকী মনেৰে ব্যাকু
সিদিনা কৈছিলা যিটি মোক ব্যথা ;
কৰিছিলোঁ পালন সিটি হেপাহৰ কথা ইটি
ৰাখিছিলো তোমাৰেই অনুৰোধ কথা ।
তোমাৰেই কাপোৰত মনে মনে আচঁলত
লিখি অনা চিঠি খনি দিছিলোঁ যে আৰি ;
মিচিকি হাঁহিৰে তুমি মন মোৰ উতলা কৰি
কৈছিলা যে ইংগিতত আপোন বিচাৰি ?
আছেনে মনত আৰু এদিনৰ কথা বাৰু
তোমাৰ চুলিটাৰি পৰিছিল যে মোৰ গাত ?
অংক কৰি ঘামি জামি উলাহতে দুয়ো আমি
দুয়োৰো অজ্ঞাতে গাত দিছিলোযে হাত ?
নাইনে মনত সখী পেঞ্চিলৰ দাগ আঁকি
দিয়া সেই তোমাৰ হাতৰ তলুৱাত ;
পৰিলে মনত বাৰু হিয়াত নাবাজেনে আৰু
নকৰেনে গা ৰাই-জাই উটঙা ভাৱত ?
কি খেল খেলিম আমি নোৱাৰা যে এতিয়া তুমি
ধেমালিৰ ভাওঁ লই চাপিবলৈ কাষ
নতুন উলাহে মই তোমাৰে পৰশ পাই
ভাবিছিলো তোমাৰেই মৰমৰ আশ !

(ইং ২২।৫।৪৯ চন)

—



## —প্ৰেয়সীৰ ভূষণ—

সৰু চকু দুটিত প্ৰিয়াৰ
প্ৰেমভৰা যৌৱনৰ ৰূপ ;
আধাফুটা মাতটি তোমাৰ,
প্ৰতিক্ৰিয়া অন্তৰ স্বৰূপ ।
ভাবি থকা মনটিৰ আশা
সহায়হীন ভাষাৰ উলাহ
নাৰীৰূপ দেহটি তোমাৰ
প্ৰকৃতিৰ আনন্দ বিলাস ।
যৌৱনত উটি যোৱা বুকু
কেতিয়াবা মনে মনে থাকে ;
বয়সৰ আলম যোগাই
অজ্ঞাতেই পৰশ বিচাৰে ।

* * *

নিতে পিন্ধা মেখেলাখনি
দেখি মোৰ বৰ ভাল লাগে ;
চৌখেলা ৰিহাৰ আঁচলটি
তোমাৰ দেহত ৰূপহ মাগে ।

লৰিথকা বুকুখনে তোমাৰ
ব্যথাহীন পৰশ জনায় ;
পিন্ধি থকা আবৰণখনে
শৰীৰত যৌৱন বিৰিঙায় ।
বুকুত খেচাদিয়া আঁচলটি
উমলগা পৰশত লৰে ;
মেলি থকা চুলিটাৰি আহি
তপিনাত ঘনে ঘনে পৰে ।
আবৰণে ঢাকি থোৱা তনু
জগতৰ পোহৰ বিচাৰে ;
হঠাতে মুকলি হলে বুকু
হিয়া তোমাৰ অজ্ঞাতে জোকাৰে ।
বাহু ছুখন তুমি যেতিয়া
তুলিবা ওপৰত ;
চকুৰ টোপাল পানী যেতিয়া
তিয়াবা গালত ;
ভ্ৰূৰৰ কাজলে তোমাক
কাজলী সজাব,
মুদখোৱা চকু ছুটি তুমি
খুলিবা যেতিয়া,
ৰূপেৰে সাজিবা তুমি
মোহিনী তেতিয়া ।



ৰূপে ৰূপে ৰূপলৈ তুমি মোৰ
মনত বিলালা ;
যাব খোজা মনটিক ঘূৰাই
আকৌ বুলালা ।
ৰূপ চাবলৈ যেতিয়া মোক
তুমি মাতিলা কাষত,
মনে মনে মনেমোৰ বিচাৰি
হিয়া সজালে ৰূপত ।

* * *

খোপাৰ ফুলটি আৰু
বুকুৰ আঁচলটি,
যতনে তুমি যেতিয়া
সামৰি ৰাখিবা ;
প্ৰেমৰ ৰেণুলৈ আহি
তোমাৰ কাষত,
নতুন ভোঁমোৰা ঘূৰা
তেতিয়া দেখিবা ।

* * *

যেতিয়া--
নববন্ধা চুলিকোঁচা তুমি
বুকুত মেলিবা,
ভিজিথকা কাপোৰখন
সঘনে খুলিবা,

মনতে মনমাৰি তোমাৰ
হুমুনি আহিব,
অজ্ঞাতে বুকুখনি যেতিয়া
জোকাৰি উঠিব,
পাগল মাখিটি তোমাৰ
গালত লাগিব,
উৰি আহি চুলি কেডাল
যেতিয়া মুখত পৰিব,
মিছাতেই হাতখনি তোমাৰ
বুকুত লাগিব,
আৰু—
চকুত যেতিয়া তোমাৰ
লাজেৰে পুৰিব,
প্ৰেমিক পুৰুষে তোমাক
দূৰতে দেখিব,
তেতিয়া—
শীতল বতাহেও তোমাৰ
গৰম লাগিব;
ৰাতিৰ টোপনিত মিছাকে
সপোনে জগাব
নিলগৰ তৰাজাকে
মিচিকি হাঁহিব।



আৰু, গাভৰু বুকুখনি তোমাৰ
লাজতে লুকাব;
ভাবৰে ভাবতে তোমাৰ
পৰশ বিচাৰি,
তেতিয়া, প্ৰেমৰ বতাহে তোমাক
উজুটি খুৱাব।

( ইং ১৯৫২ চন, হৰিদ্বাৰ )

---

## — প্ৰিয়াৰ সম্বল—

শুৱঁনি প্ৰেমৰ ফুল, যদিওবা
সুগন্ধি নহয়,
আঘাত লাগিলে পৰশ প্ৰিয়া
সৌন্দৰ্য্য বঢ়ায়
যদি সিয়ে নিবিলায় তোমাৰ
গোন্ধৰ আহাৰ
ক'লা চুলি কেডাল মাথোন
ৰঙৰ বাহাৰ

হাঁহি থকা মুখখনি প্ৰিয়াৰ
আপোন তৃপিতি ;
যদি তাত ফুটি নোলায় তোমাৰ
ভাষাৰ প্ৰকৃতি।
নসহিলে কেতিয়াও পৰশ
প্ৰিয়ৰ ওঁঠটি,
নিমজ গালখনি তোমাৰ মাত্ৰ
গাভৰু জেউতি ।
উঠি অহা নাকটি প্ৰকৃতিৰ
ৰসহীন ফুল,
যদিহে নকৰে সিয়ে তোমাৰ
প্ৰিয়ক আকুল ।
পাহিযেন ওঁঠটি তোমাৰ
গাভৰুৰ ৰস ;
যাব সি শুকাই যৌৱনত
নাপালে পৰশ
চঞ্চল চকুজুৰি তোমাৰ
মিছাতেই নাচে ;
প্ৰেমিক পুৰুষে যদি তোমাক
হিয়া নাযাচে :



কপালৰ ফোঁটটি প্ৰিয়াৰ
অৰ্থহীন মায়া ;
নাথাকিলে তাত হিয়া স্পৰ্শ
ৰামধেনুৰ ছায়া ?
গাভৰু গলটি প্ৰেমিকৰ
অতি হেপাহৰ
চুমা পৰশিলেহে দেখি তাক
প্ৰেম-মনোহৰ ।
হিয়াসনা বুকুখনি প্ৰিয়াৰ
লৱনু সদৃশ,
চেতনী প্ৰবাহ আৰু জীৱনীয়
যৌৱন আশীষ ।
নোৱাৰে বিলাব যদি প্ৰেম,
যৌৱনেৰে পূৰ ;
বুকু থাকিও বুকুহীন প্ৰিয়া
হিয়া তোমাৰ সদায় অপূৰ।
ঠাৰিহীন বাহু দুখনত
ৰূপৰ সৌৰভ,
নকৰে যদিহে সিয়ে প্ৰিয়ৰ
যৌৱন পৰশ। → মিছাতেই মন তোমাৰ [illegible] অজ্ঞাত কামনা ;
মিছাতেই গোপনীয় পীৰিতি
হিয়াৰ বাসনা।

অগা-পিচা ভৰি চুটিব
আপোন লহৰ ;
হেলি থকা তপিনা আৰু
চিকুন আঙুলিবোৰ ।
নকৰে প্ৰেমত জ্ঞাপন যদি
নকৰে আপোনাৰ
নাৰীৰূপ গঠনটি মাথো তোমাৰ
সংসাৰৰ ভাৰ ।

(ইং ৮।৮।৫২ ঋষিকেশ)

---

## —আপোন যাত্ৰা—

অকলে অকলে ঘূৰি
অকলে বিচাৰিম,
সংসাৰৰ কোনো এজনী
আপোন কৰিম ,
তেহে যদি আপোন হিয়া
উপশম হব,
জীৱন যাত্ৰাত এক
সাৰথি মিলিব ।



লগৰ প্ৰিয়াক আমি
গোপনেৰে কম.
জীৱনত এৰা এৰি
কেতিয়াও নহম ;
পাৰোঁ যদি ছুয়োজনে
একেবাটে যাম ,
নোৱাৰিলেও ছয়ো গৈ
মন্দিৰত জিৰাম ।
তথাপিও জীৱনত
এৰা এৰি নাই,
আপোন যাত্ৰাত আমাৰ
নহব বিলাই ।
জীৱন বাটত আমি
একে লগ হম,
ঠাকুৰ পূজাত গই
বৰ মাগি লম ।
বিপদতো এৰা এৰি
নহব যেতিয়া,
তেতিয়াহে বুজি পাম
'আপোনাৰ প্ৰিয়া' ।

পৰ্ব্বতৰ টিঙৰ পৰা
পৰিও যদি নমৰো ;
সাগৰৰ বুকুত যদি
ডুবিও নডুবোঁ,
তেনে প্ৰিয়া একে লগে
আগবাঢ়ি যাম,
আমি দুয়ো জীৱনৰ
মাধুৰ্য্য বিলাম ।
বহুদূৰ আছে আমাৰ
ঠাকুৰ মন্দিৰ,
বাটত নোহোৱা যেন প্ৰিয়া
ভাগৰত অধীৰ ।
কম আহি দুয়ো আমি
সংসাৰ সন্ন্যাসী
মন্দিৰত লম গই
ঠাকুৰ আশীষ ।
তেতিয়াহে যাত্ৰা আমাৰ
সুফল ভাবিম
জীৱনত ঠাকুৰ পূজা
সাৰ্থক লভিম ।

( ইং ১৯৫২ চন হৰিদ্বাৰ )

## —প্ৰিয়াৰ প্ৰতি—

সুধিছো তোমাক প্ৰিয়া, তুমি
কাক ভাল পোৱা,
জীৱনৰ যৌৱন তুমি
কিয় সাঁচি থোৱা ?
কোমল হৃদয় খনি
কিহৰ কাৰণ,
ৰাতিৰ সপোনটি তোমাৰ
প্ৰেমৰ বাহন ?
সুধিম তোমাক প্ৰিয়া, কিয়—
কল্পনাই আঁকা,
মনতে মন মাৰি কিয়
আপোনাক ৰোকা ?
আপোন শৰীৰটি কিয় তোমাৰ
ভাল নেলাগে,
উৰি অহা বতাহে কিয় তোমাৰ
পৰশ মাগে ?
যুৱতী দেহত তোমাৰ প্ৰিয়া
কিয় ৰহন সনা

লাজুকি মনটি তোমাৰ
কিয় সহায় হীনা।
খোজতে খোজ কাঢ়ি তুমি
কিয় উজুতি খোৱা,
বুকুৰ কাপোৰ খনি, কিয়
সামৰি লোৱা ?
সপোন পাইছোঁ কিয়, প্ৰিয়া
তোমাৰ জগত,
অকলে ঘূৰিছোঁ কিয় আমি
কল্পনা পুৰত ?
ব্যথাৰে ভৰা কিয়, আমাৰ
গভীৰ বুকুত
দুয়োই দুয়োকো সঙ্গ কিয়
বিচাৰো কাষত ?
কাকনো বাট চাই, কোন পিনে
যাব খোজা প্ৰিয়া
কবানে আপোনাৰ গতি
কামনীয় হিয়া ?
ভুল বুলি নেভাবিবা প্ৰিয়া
তোমাৰ জীৱন ;



যদিও সুধিছো মই, তোমাৰ
নিচেই আপোন।
বহুতে সুধিব প্ৰিয়া, তোমাৰ
এই বয়সত
নাৰী যৌৱনৰ এটি
মাধুৰ্য্য পৰশত।

(ইং ৮।৮।৫২ চন, ঋষিকেশ)

---

## —জয়া—

অত কিয় ভাল পালোঁ প্ৰিয়া, তোমাক মই
কাৰণতো নাচিল একো ?
সকলোকে ভাল পাওঁ বুলি, সহজ কথাত
ভাল পাইছিলোঁ তোমাকো।
এতিয়া দেখিছোঁ, ভাল পোৱাত তুমি,
মনে মনে কাঢ়ি নিয়া হিয়া ;
সেইকাৰণে মই আগবাঢ়ি গলোঁ
ভাল বেয়া নুগুনি 'জয়া'।

জয় কৰি নিয়া মোৰ হিয়া
সেইকাৰণে তুমি মোৰ জয়া ;
জয়া নহয় জায়া, ভাল পাওঁ বিচাৰি তোমাক
সেইকাৰণে তুমি মোৰ 'জায়া' ।
জয়া আৰু জায়াৰ মাজত, নাই একো ভেদ ;
সেইকাৰণে তুমি মোৰ 'জায়া' ।
ইয়াত নাই একো প্ৰভেদ ।

( ইং ১৯৩৮ চন )

---

## —গীত—

( ১ )

প্ৰিয়াৰ হাঁহিত মোৰ
মনৰ ব্যথা,
নাচি উঠে মোৰ
হৃদয় কথা ।



তোমাৰ লগত মই
পঢ়ি শুনি,
ডাঙৰ হলোঁ আজি
ইমান খিনি ।
তোমাৰ আখাত মই
সুখৰ তপন,
ৰাতিৰ ভাগত হলে
দেখোঁ সোপন ।
আশা কৰি আজি
আছোঁ তোমাত
নীৰৱ প্ৰেমিক মই
ভাৱ তোমাক
(ইং ২৭।৮।৩৮)

---

## —গীত—

( ২ )

প্ৰেমৰ কথা আমি
গোপন সুৰে,
নয়ন প্ৰীতি আমি
লাজুক মনে ;
কই দিম কথা তোমাক
হৃদয় খুলি,

মনৰ কথা তুমি
বুজি পাবি।
প্ৰেমৰ মালাধাৰ
নিজে গাঁঠি,
প্ৰিয়ৰ ডিঙিত তুমি
তুলি দিবি
আপোন কথা পিছে
খুলি কবি
ভাল পাওঁ তোমাক মই
বুজি পাবি।
(ইং ২৭৷৮৷:৮৷ চন)

## প্ৰেমৰ দাপোন

গাইছোঁ কিয়নো প্ৰিয়া তোমাৰ গান
গাও মানে শেষ যে নহয়,
তোমাৰ জগত মোৰ কিবা জানোঁ
জীৱনৰ আছে মধুময়?
তোমাকেই ভাবি ভাবি কতনো কটালো ৰাতি,
তথাপিতো ভাবনাৰ
অৱসান নাই;



মোৰ এই ভাবনাৰ অৱসান হয় যদি
কেতিয়াবা মিলনৰ
মন্দিৰত গই!
বিশাল জগতত বিচাৰি বিচাৰি
তোমাকেই পালোঁ মাথো দৃষ্টিৰ আগত;
আবেগেৰে ভৰা এই আকুল চকুৰে দেখোঁ
সুন্দৰ সত্য প্ৰেমপূৰ্ণ তোমাৰ দেহত।

ৰছুৰ মাজত তুমি প্ৰেমৰ পতাকা লই,
আগবাঢ়ি আহি পালা কিয়?
বিচিত্ৰ সংসাৰ মাজেই তোমাৰ লগত
মিলি যাব খোজোঁ যে ময়ো।
সপোনৰ লগে লগে সদায় বিৰাজি থকা
যদিওবা তুমি মোৰ
দূৰ দূৰণিত;
জীৱন্ত মূৰতি হই যৌৱন পুৱাতে আহা
কামনাৰ ঢউ তুলি
অতি ওচৰত।

তোমাৰ বাহিৰে জানো, মোৰ কামনাৰ ধন
বিচাৰিব লগা নাই এই জগতত?
কিয় জানো ৰূপৰ মোহত পৰি তোমাকেই
কেন্দ্ৰ কৰি কত গ্ৰন্থি গাঁঠিলো মনত।

ৰূপে মাধুৰী সনা তোমাৰ ৰূপত—
চাই চাই ভোল গলোঁ মই!
গোটেই বিশ্বৰ পৰা আঁতৰাই আনি
মোহিলা তুমি মোক মোহিনী হৈ।
কতনো প্ৰেমৰ ছবি বিচাৰি খোচাৰি,
তুলনা কৰোঁ লৈ তোমাৰ লগত;
কোনেও নোৱাৰে জিকিব তোমাৰ ৰূপত
মন মোৰ নবহে আনত।
বহুতেই ওচৰ চাপি আহে কাষলৈ,
বিলাবলৈ প্ৰেমৰ সন্ধান;
নেদেখোঁ সুন্দৰ কাকো তোমাৰ বাহিৰে
মনে মোৰ নকৰে আহ্বান।
আনে যদি দেখে দূৰত তোমাক, তথাপি—
তুমি মোৰ হিয়াৰ দাপোণ;
লোকে যদি ভাবে পৰ বুলি তোমাক
মই ভাবোঁ নিচেই আপোন।
এবাৰ লৈছোঁ যেতিয়া তোমাকে আঁকি,
জীৱনত কাকো আৰু নিবিচাৰো মই;
মানৱী জীৱন মোৰ সংসাৰ সোঁতত
তোমাকে বুকুত লই দিম উটুৱাই।
(ইং ১৯৩৮ চন)

——

# কমনীয় প্ৰিয়া

প্ৰিয়া, তুমি হলা মোৰ
অতিকে আপোন
সপোনত বিচাৰি পাওঁ
দিঠকত ভ্ৰম।
গাভৰু বসন্তত তুমি
উজলি উঠা,
ওচৰ চাপিলে তুমি
লাজতে লুকা।
হিয়া দিবলৈ তোমাক
বিচাৰো মই,
শুচি যোৱা মোৰ পৰা
চাতুৰি বিলাই।
সহজে নিদিয়া ধৰা
মোহৰ হৰিণী,
প্ৰেম বানেৰে তোমাক
কৰিম ভিখাৰিনী।

যেতিয়া তুমি কৰিলা
অধিকাৰ মন,
দূৰত থাকিও তুমি
নিচেই আপোন।
ভাবিছিলোঁ তুমি মোৰ
কাষত নাহিবা,
নিলগত থাকি তুমি
অচিনাকী হবা।
কিন্তু তুমি মনে মনে
পৰশ বিলাই,
অজানিতে প্ৰেম দিলা
হিয়া উদঙাই।
তেতিয়াও ভবা নাই
তুমি মোৰ প্ৰিয়া,
বিচাৰি নেপাওঁ মই
মৰমৰ হিয়া।
যিদিনা পালোঁ তোমাৰ
কোমল পৰশ,
চকুৰ জেউতি আৰু
মনৰ হৰষ ;
বহিছিলা আথে বেথে
মোৰ কাষতেই,



পাৰা বুলি কিবা এটি
প্ৰিয় আশাতেই।
উমলগা হাত খনে
বিচাৰি কাপোৰ,
অজ্ঞাতে ৰাখিলা তুমি
মোৰেই ওপৰ
চমকি উঠিলে মোৰ
দেৱতা হিয়াৰ,
খুলিলা আপোন হাতে
মনৰ দুৱাৰ।
মনে মোৰ বিচাৰিলে
তোমাৰ হিয়া,
সিদিনাৰে পৰা তুমি
মোৰ কামনীয় প্ৰিয়া।
(ইং ১৯৩৮ চন)

---

## —লগৰী বিৰহ—

হিয়াৰ বেদনা মই উপশম কৰি
শুনিলোঁ হি পষাণীৰ মাত,
বিৰহ তপন আহি ব্যথিত কৰিলে
জীৱনৰ অৰুণ পুৱাত।
বৰ ভয় লাগিলে মোৰ লগৰী বিৰহ
জীৱনত সহিম কেনেকৈ ?
নিঠুৰ প্ৰকৃতি হই নিৰ্দ্দোষী প্ৰিয়াক
আজীৱন নিলে আঁতৰাই !
লগৰী বিৰহে যদি দহি পুৰি নিয়ে
ভাল পোৱা সৰু হিয়া খনি,
কোনে মোৰ ওচৰলৈ কাষ চাপি আহি
কৈ যাব এষাৰি শান্তনাৰ বাণী ?
ভাবোঁতে লিখোঁতে যদি ভুল হই যায়
সকলোটি কল্পনাই মোৰ;
কাৰ ওচৰত গই ভুল শুধৰাম
বিৰহী ভগা জীৱনৰ ?



অজ্ঞাত সাৰেই যদি চকুলো ওলায়
ধৈৰ্য্যতাৰ সীমা ভেদ কৰি,
তেনে কাক অন্তৰৰ ব্যথা জনাম,
বিৰহত সন্তাপ উগাৰি ?
কিদৰে বাঁধিম মোৰ ই অসহ্য বেদনা
পাষাণীৰ শাপ বজ্ৰাঘাত,
লগৰী বিৰহৰ তীব্ৰতাপ গুচি
হিয়া মোৰ পৰিবনে শাত ?
( ইং ১৯৩৮ )

——

## তোমাৰ বিহনে সখী ভুলহৈ যায়

ইমান দিন মনতে বাট চাই থাকি
নাপালোঁ যে শেষ সমিধান ;
নিজকে আঁতৰাই ভুল কৰি সখী
অত কিয় ভাবা ব্যৱধান !

কম বুলি ভাবি থোৱা তোমাৰ আগত
অন্তৰৰ গুপুত কাহিনী,

এনেয়ে মোৰ যাব ভাবৰ লগত
অন্তৰত তুলি হেন্দোলনি।
যৌৱনেৰে ভৰপূৰ দেহ-লতা দালি
অকলেই ৰসহীন হৈ
প্ৰিয়ৰ অভাৱত সখী, আজীৱন
নাযাবনে এনেই শুকাই?
তোমাৰ-মোৰ মিলনৰ নিৰাশাৰ ভাৱ
সপোনত দেখো যে সদায়,
পীৰিতিৰে ভৰি থকা সৰু হিয়া খনিত
সখী মোক বিৰহ জনায়।
মনে মনে ভাবিছিলোঁ কত আশা কৰি
পাম বুলি তোমাৰেই লগ,
বহু দিন ধৰি মই আৰাধনা কৰি
জনাইছিলোঁ হিয়াৰ আবেগ।
ভাগৰি পৰিলো আজি তোমাৰ আশাত
জগতত আৰু একো নাই,
প্ৰতিটি পলকে সখী তোমাৰ বিহনে
জীৱনত ভুল হই যায়।
(ইং ১৯৩৮ চন)

---

## ভূমুকি

বাজিছে হিয়াত মোৰ
বিৰহীৰ বজা বীণ,
নাচি উঠে এতিয়াও
সপোনৰ স্মৃতি দিন।
আহিবনে ঘূৰি বাৰু
ধেমালিত কৰা দিন,
পামনে আশা কৰি
হেৰোৱা আপোন বীণ?
কত শত দিনে দিনে
কামনাৰ পূজা কৰি,
সহজেই লুকাই যাব
বিষাদে আৱৰি ধৰি!
ক'তনো লুকালে প্ৰেয়সী
মহা কালৰ গ্ৰাসত?
ভাবিছোঁ উটিছোঁ আজি
নিজ পৰিধি ভ্ৰমত।

(ইং ৩১।৮।৩৯ চন)

---

# আওহেলা

প্ৰিয়া, কিয় তুমি মোৰ পৰা        অকল শৰীয়া হৈ
নিলগত থাকিলা আঁতৰি ?
সেয়েহে দেখিব পাওঁ        নিজেই নিমাত হৈ
তুমি একো নিদিয়া বাতৰি ।
ভাবিছিলোঁ তুমি যেন        সদায় আপোন হৈ
থাকিবা মোৰ হৃদয় জুৰাই;
মোৰে এচৰত বহি        শুৱলা মাতেৰে তুমি
দিবা মোক অতীত সোঁৱৰাই ।
সকলো কামতে তুমি        সহায় কৰিবা বুলি
ভাবিছিলোঁ মই অতি হেপাহে;
সেয়েহে প্ৰিয়া, হিয়াত        গঢ়িছিলোঁ মৰমৰ
আপোন প্ৰতিমা অতি আনন্দেৰে !
তোমাৰ পৰশ পাই        এতিল এতিল কৈ
মানস প্ৰতিমা মোৰ উঠিছিল বাঢ়ি ;
নতুন পোহৰ বই        সবাৰো সৌন্দৰ্য্য লই
লগৰ লগৰীয়া মাতিছিল বিচাৰি ।
এতিয়া দেখিলো মই        অকল শৰীয়া হৈ
গঢ়োৱা প্ৰতিমা মোৰ কেনিবাদি গল ;
চাওঁতে চাওঁতে হায়        সপোনৰ ছবি যেন
অসীমৰ আকাশত লীন হৈ গল ।



মনোমোহা স্মৃতি ৰেখা        তুমি যেন কাঢ়ি নিলা
হেৰোৱা ছবি মোৰ কোনে বিচাৰিব ?
মনে পতা কথা মোৰ        মনতেই থাকিল
নোৱাৰিলোঁ সোঁৱৰাই দিব ।
তুমিও থাকিলা গই        নিমাত নিৰল হই
মোৰ পৰা অতি নিলগত ;
অকল শৰীয়া এটি        হিয়াত সাৰটি ধৰি
চাই থাকোঁ কত হেপাহত !
তুমি আৰু নাহিবানে        মোৰ হৃদয় কাষত
নিদিবানে তোমাৰ বাতৰি ?
সেয়েহে প্ৰিয়া আজি        যৌন বেশত সাজি
দেখিছোঁ অদূৰত থাকিলা আঁতৰি ?
( ইং ১৭।২।৪০ চন )

---

# —লগৰী বিহীন—

হে লগৰী, আজিও তুমি আছা জগত,
ভাবৰ লহৰী তুলি মোৰ প্ৰাণত ।
উনৈশ শ পয়ত্ৰিচত একে লগ হলা,
সহপাঠী সমনীয়া আজি ক'ত গলা ?
ইমান দিনে আশা কৰি তোমাকে লই.
থ্ৰি: ক্লোভ ফ্লাইভ ঁচিহ্ন আহিলো উধাই ।

মনে মনে ভাবি তোমাক লভিছিলোঁ সুখ,
মনত পৰিলে আজি কিমান লাগে দুখ!
ব্যথিত হিয়াৰ ভাবনাৰ যন্ত্ৰীবৰ
তোমাৰ অবিহনে ভাঙি যাব খোজে মোৰ।
ভাবিছিলোঁ চাৰি বছৰৰ লগৰী তুমি,
সহযোগী সহকৰ্ম্মী সহধৰ্ম্মী হবা বুলি।
ঘন ঘন নিশ্বাসত ভগাবুকু ভাগি যায়,
দীঘলীয়া হুমুনিয়া আহে কতো অন্ত নাই।
তোমাৰ ভাবত মোৰ আকুল হিয়া,
মন বাৰে বাৰে হয় নিজে মতলীয়া।
গলা ক'ত ভাৱনাত অধীৰ হোৱা
নেদেখাত দেখি থকা প্ৰিয়তমা লগৰীয়া?

(ইং ১৯১৯৩৮ চন)

---

## আক্ষেপ

প্ৰিয়া, কিয় গলা মোৰ ওচৰৰ পৰা
কি দায় লগালো তোমাৰ?
যোৱাৰ আগতে তুমি জগাই তুলিলা
ব্যাকুলতা সোঁৱৰণি মোৰ।



মিলনৰ মালাধাৰি দীঘল আশাত
গাঁথিছিলো তোমাৰ নামত;
আত হেপাহে ছবিটি আঁকি ক'ত কথা
ভাবিছিলোঁ মনৰ মাজত।
হৃদি-ফুলনিৰ শত ফুল তোমাৰ নামত
ফুলিছিল ফুলনি শুৱাই;
তুমি যেবে আঁতৰিলা চকুৰ আঁৰত
আজি ফুল সেতা পৰি যায়।
বসন্তৰ কুলি যেবে গছৰ ডালত
মাতে আহি সমাদৰ মাত;
বিহগীয়ে কই যায় তোমাৰ বাতৰি
হিয়া মোৰ কৰি দিয়ে শাঁত।
পূজাৰিণী অবিহনে পূজাৰ বেদীত
নাই আজি প্ৰতিমাৰ স্থান;
তুমি অবিহনে প্ৰিয়া, মোৰ পূজাত
বিৰহৰ মন্ত্ৰহীন গান।
যতনে আঁকি থোৱা তোমাৰ কাৰণ
দিম বুলি প্ৰেম উপহাৰ;
একেটি আশাতে মাথোঁ আছোঁ বাট চাই
পাম বুলি সমিধান তোমাৰ।
এতিয়াও তুমি সখী নেযাবা পাহৰি
আছে মোৰ আশাৰ কাৰণ;

সময় সুবিধা বুজি বিৰহীৰ প্ৰতি
হিয়া তোমাৰ কৰিবা করুণ।
আছোঁযে প্ৰিয়া, তোমাৰেই পূজাত বহি
জীৱনৰ শেষ আশা লই;
পাম বুলি এফেৰি অন্তৰৰ মৰম
নীৰৱে আছোঁ বাট চাই।

(ইং ১৯৩৮)

---

## প্ৰিয়া-বন্ধন

অভিমান মনো-বেথ্যা নাই প্ৰিয়া মোৰ
তোমাৰ এই শুভ মিলনত,
যাবৰ পৰত মই নকৰো বেজাৰ
ইচ্ছাকৃত পতি বৰণত।
বিৰহৰ গীতি মই বীণাৰ তাঁৰত
যদিও গাইছিলোঁ তোমাকে লৈ;
গাইছো অকলে মই শুনিম অকলে
নাগাওঁ আজি তোমাক শুনাকৈ।
স্মৃতি সোঁৱৰণি যদি নোৱৰোঁ পাহৰিব
নিৰলত চকুলো টুকিম;



তথাপিও জগতক নুশুনাই মই
নিজানত অকলে বকিম!
আজি গাওঁ মই দীঘল সুৰত
তোমাৰেই সোঁৱৰণি গীতি;
কিজানি অশুভ কৰি বাতৰি জনায়
জীৱনত ইয়ে তোমাৰ প্ৰতি!
সেয়েহে কৈছো প্ৰিয়া শূণ্যৰ বুকত
নাগাওঁ আৰু তোমাক শুনায়!
আকুল সুৰত গোৱা বিৰহৰ গীতি
বতাহত যদি মিলি যায়!
স্বতিপদ নোৱাৰা যদি তুমিও মুছিব
ভাবি পতিক কৰা আৱাহন;
তেওঁৰে লগত জীৱন যাপন বুলি
ভাবা তুমি সম্মুখ মিলন।
যি পাইছিলোঁ প্ৰিয়া মই যি খেলিছিলোঁ
সিয়ে মোৰ আজিও মধুৰ;
এনেদৰে একেভাবে বই থাকিবই
প্ৰণয়ৰ নিজৰাৰ সুৰ।
জীৱন যৌৱন আৰু জৰা মৃত্যু শোক
কিবা যদি আছে জগতত;
সকলো পাহৰি প্ৰিয়া দেখিছোঁ আজি
সোঁৱৰণি মাথো সম্মুখত!

মোৰ জীৱনত মই শিকিলোঁ আৰু
বিৰহৰ কেনে দাবানল,
এতিয়াহে বুজিলোঁ শেষ পৰিনাম
ভাল পোৱা প্ৰণয় অনল!
অতীতৰ স্মৃতি বুকুত সামৰি লই
কাবো আৰু নিবিচাৰি প্ৰাণ,
জীৱন মৰণৰ শেষ দিন সেই লৈ
গাম মই জীৱনৰ গান।
(ইং ১৯৪০ চন)

---

## প্ৰিয়াৰ বিদায়

আজি আৰু নাই তেনে হিয়াৰ আবেগ
তুমি আৰু মই সেই কোৱা;
তাহানিবো নাই সেই গীতৰ লহৰী
নিজনত একেলগে গোৱা।
আজি আৰু নাই তোমাৰ মোহিনী ছবিটি
নাই সেই আদৰৰ মাত;
নাই আৰু আজি সেই ছুনাই পৰশ
দিয়া মোৰ ওপৰত হাত।



আজি আৰু নাই তেনে চকুৰ চাৱনি
মোৰ লগত পীৰিতি কৰা;
তোমাৰ আৰু নাই সেই মিচিকি হাঁহি
মনোমহা নিলগৰ পৰা।
নেদেখোঁযে আজি আৰু তোমাৰ ছবিটি
বহি থকা মোৰ কাষৰত;
নাপাওঁ তোমাৰ সেই হিয়াত চেতন
মউ সনা গুৱলা মাতত।
নাই যে তোমাৰ সেই অতি হেপাহেৰে
ভাবি গুণি মালাধাৰি গাথোঁ;
মোৰো যে নাই আজি তোমাৰ লগত
হৈ যোৱা অতীতৰ লেঠা।
আজি আৰু নাই মোৰ হিয়া উবুৰাই
কৰা তোমাক মধুৰ সহায়;
সকলোতে আজি যেন পূৰ্ণ দিঠকত
দেখোঁ প্ৰিয়া বিদায় বিদায়।
(ইং ১৫।৩।৪১ চন)

---

# প্ৰিয় সখী

ক'ত দিন ধৰি        তোমাৰ লগত
আছিলো খেলা কৰি
হঠাতে আজি        এৰি গলা মোক
সুখৰ হৃদয় শূণ্য কৰি ।
ক'তবাৰ মই        সখী সখী বুলি
মাতো তোমালৈ চাই
লাজতে তুমি        মোৰ ওচৰলৈ
আহিব কৰিলা ভয় ।
যোৱা সখী, অভিমানী  নালাগে আহিব
সুন্দৰক কৰাগৈ সন্ধান
বেদনাৰ বোজালৈ      অকলে অকলে
দূৰলৈ নিজে গুছি যাম ।

তোমাৰ সখী
১৫।৪।৩৯ ইং

---

# বিদায় পৰত

তুমি যদি যাব খোজা নিজেই গুচি
বাধাদিয়া আছে তাত কোন ?
বাধ্যহৈ যাম মই তোমাৰ কাষত
হওঁ যদি উপেক্ষিত হম !



মুখৰ ছবিটি যদি নিয়া তুমি কাঢ়ি
সহায়হীন দুৰ্ব্বল ক্ষণত,
তথাপিও মোৰ মনে নেথাকে জিৰাই
কেতিয়াবা দেখা কৰিম তোমাৰ লগত ।

( ইং ১৯৩৯ চন )

---

# সখী

তুমি সখী প্ৰিয়ামোৰ নাহিলে কাষলৈ
কামনা বাসনা আৰু সতেক বেদনাই,
সঘনে মনত পৰে সকু মুখ খনি
অতীতত কৈ যোৱা তোমাৰেই বাণী ।
নিৰলে নিজনে আজি মানসী ফুলৰ
গাঁথি যোৱা মালাধাৰি আছে অন্তৰৰ
লেৰেলি শুকাইছে ফুল পাহিবোৰ
নিৰাশাৰ আশাটি হিয়াত জাগিছে যে মোৰ !
কবানে আৰু এবাৰ নিজা কথাবাৰ
দিবানে আশা মোক আৰু এটিবাৰ
কৰিম সন্ধান তেনে নতুন ফুলক
গাঁথিম আনন্দে আকৌ প্ৰেমৰ মালাক ।

(ইং ১০।৭।৩৯ চন)

# প্ৰিয়াহীন জীৱন

জীৱনৰ বন্ধুবোৰ
সকলো আপোন,
সকলোৱে কয় প্ৰিয়
বান্ধৱ জীৱন।
তাৰে ভিতৰৰে এটি
আপোন প্ৰিয়া,
আজীৱন যিয়ে হয়
এক আত্মা হিয়া ;
তাৰে অভাৱত মই
ফুৰিছোঁ বিচাৰি,
প্ৰাণৰ মিলন চাওঁ
সঙ্গৰ বিহাৰী।
যিয়ে যোগাব মোৰ
প্ৰেমত চেতন,
বিষাদৰ হিয়া খনি
কৰিব আপোন।
সুখে দুখে জীৱনত
প্ৰেম গীতি গাব,
বিপদৰ বান্ধবী হই
আজীৱন ৰব



আপোন প্ৰিয়া
এনে এখন হিয়া মোৰ
অতিকে অভাৱী,
কোন ৰূপহী হব আহি
মানসীয় দেৱী !
মৰমৰ বান্ধবী আজি
নেপাওঁ বিচাৰি,
জীৱন যৌৱন মোৰ
শূন্য যেন বাৰী।
প্ৰিয়াহীন জীৱন মোৰ
উদাস্ উদাস্
সঙ্গৰ অভাৱে যেন
মনৰ হতাশ !

× × ×

পাইছিলোঁ জীৱনত
'এটি প্ৰিয়া' মোৰ,
যাৰ কাৰণে আজিও মনে
কৰি থাকে সমৰ !
ৰাখিছিলোঁ হিয়াত আশা
প্ৰিয় ফুল কলি,
ৰাৱনে হৰিলে আহি
সীতা নিয়া ধৰি !
কোন সেইটি প্ৰিয়া আছিল
সমাজে সুধিব,

নোহোৱা প্ৰিয়াক আজি
কেনেকৈ দেখিব ?
মনৰ প্ৰিয়াটি মোৰ
মনতে থাকক,
অন্তৰৰ প্ৰেম কলি
আপুনি বাঢ়ক।
নকওঁ সমাজক মই
নকওঁ প্ৰিয়াৰ নাম,
প্ৰিয় হই নিজে প্ৰিয়াৰ
নকৰো বদ্‌নাম !

ৰায় ৰালা কেম্প
হৰিদ্বাৰ
(ইং ৮।৮।৫২ চন)

---

# বাসন্তী

প্ৰেমৰ নদীটি ভৰা যৌৱন লহৰী,
ছয় ঋতুৰ ৰাজৰাণী তুমি বাসন্তী।
যৌৱনৰ প্ৰেম-বাণ হৃদিৰ মাজত,
বিলাই দিয়া আছি পুষ্প কাননত।
ষোড়শ কুমাৰী তুমি প্ৰাণৰ মোহিনী,
প্ৰকৃতিৰ কোলাত তুমি স্বভাৱ পদ্মিনী।
মলয় বতাহে বিলায় অমৰ শান্তি,
যৌৱনৰ ঢউ খেলি নিচাৰে বাসন্তী।
বাসন্তীয়ে ৰূপ বিলায় মনৰ মাজত,
ৰূপহী কুৱঁৰী সাজি যৌৱন প্ৰাণত।
উতলা প্ৰেমিক আছি প্ৰেমৰ আশাত।
"কয়হি বাসন্তীক আহি আপোন ভাষাত"
হিয়া উটুঙুৱা প্ৰেম অযাচিতে যাচে,
বাসন্তীৰ প্ৰেম লহৰত বসন্ত নাচে।

× × ×

বাসন্তী কুলিৰ দৰে শুৱলা মাতটি,
সেয়েহে দিলে তোমাক নাম বাসন্তী।
বাসন্তী পুৱাতে আহি অতি হেপাঁহত,
বীণখনি বাই লই কোমল সুৰত;
বাসন্তী উসৰে মোক দিয়ে সোঁৱৰাই,
বাসন্তীৰ প্ৰতি কৰা প্ৰেম অভিনয়।

অযাচিতে প্ৰেম ভিক্ষা কোমল প্ৰাণত,
হিয়াৰ গভীৰ সুৰে অজানা পথত;
মাগিছিলোঁ করুণা প্ৰেমৰ জ্ঞাপন,
অপেক্ষায় ৰৈ আছোঁ (আজি) প্ৰেমিক জীৱন।
দেৱতাৰ পূজা বিফল, মনৰ অশান্তি
কোনো সমিধান আজি নিদিলা বাসন্তী (?)।

( হৰিদ্বাৰ ইং ১৯৫২ চন )

—×—

# গোপন প্ৰীতি

বাল্য জীৱনৰ সহচৰী
'সপোন কুঁৱৰী' তুমি;
অৱাৰতে খেলি মেলি
মনৰ দুৱাৰত আহি,
কৰাহি কিয় সজাগ
পুৰনা চেতন ?
অতীতত ভাহি থকা
দেখুৱাহি কিয় তুমি
পৰি থকা প্ৰেমৰ দাপোন ?
ফুৰিছোঁ অকলে আহি আজি
বিশ্বৰ মাজত,



বাল্য প্ৰেমৰ ঢৌ তুলি আজি
পাব খোজা তুমি মোক
নিতৌ কাষত ?
সপোনত গোপনে আহি
প্ৰীতি ভৰা হাঁহি মাৰি
বিচাৰি লোৱা তুমি
আপোন সঙ্গ !
আপোনাৰ প্ৰেম-কথা
কৈ যোৱা হিয়াভৰি
বাকী থকা বালিকাৰ
আধৰুৱা সঙ্গ।

× × × ×

ৰুকুণী সখীৰ ৰূপ
মনৰ মাজত
হঠাতে আহি পালে এদিন
সপোন পুৰত।
জগালে নিজে আহি
আপোন ৰূপত,
ভুলি থকা প্ৰেম খেলা
স্মৃতিৰ মাজত।
সেয়েহে বুজিলোঁ প্ৰেমী
অকৃতজ্ঞ নহয়,

প্ৰেমৰ ভাওঁত হয়হি
আপোন সহায়।
বহুদিনৰ পুৰণি কথা
মনত পৰিল,
জীৱনৰ এক যুগ
আপুনি সৰিল।
কৃষ্ণলীলা মাধুৰ্য্যই যেন
জীৱন ভৰিল,
ৰুক্মিণী প্ৰেমৰসে হেন
'পুৰুষ' মজিল।
ইটি কথা আবৃত্তি কৰি যেন
আমাৰো জীৱনত,
কিশোৰী সখীয়ে জোকালে আহি
ৰাতিৰ সপোনত।
মধুৰ বাল্য ৰসে যদি
জীৱনৰ ফুল,
আজিহেন জীৱনে কিয়
ভাবিছে ভুল?
নাই এই জীৱনত আজি
সখীনীৰ আবাস,
বালিকাৰ প্ৰেম-প্ৰীতি ভৰা
মাধুৰ্য্য বিলাস।



তথাপিও কেতিয়াবা আহি
সময়ে সময়ে—
সপোনতে আপুনি মিলি
হিয়াত জগায়।
ৰূপযাচি আপোনাৰ
বলিয়া প্ৰাণত
কৰাহি ব্যাকুল কিয়
মনৰ মাজত?
"কোৱা সখী, কিয় তুমি
হাতৰ লহৰ তুলি,
কোৱা আহি সপোনতে
ভাল পাওঁ বুলি?
যেতিয়া সুধিলোঁ তোমাক
পুৰণি কাহিনী,
বালিকাৰ পৰা হোৱা
যৌৱন মোহিনী;
একে লগে খেলা কৰি
কটোৱা জীৱন,
সংসাৰৰ বেলেগ যাত্ৰা
হিয়াত আপোন?"
সেয়েহে পাইছোঁ সপোন আজি
হ্ৰষিকেশত থাকি,

তোমাৰ মূৰতি খনি অন্তৰত আঁকি ।
ক্ষমা কৰা, জীৱনত
আপোনাৰ প্ৰীতি
বাল্য সহচৰী তুমি
জীৱনীয় গীতি ।

ঋষিকেশ
( ইং ১০।৯।৫২ )

—×—

## প্ৰিয়া মিলন

শুক্লপক্ষৰ চতুৰ্দ্দশী
শুকুৰ বাৰৰ
কাৰ্ত্তিক ৰাতি
মহা সপোনৰ মেলা ॥
ঋষিকেশৰ কেম্পত থাকি
গঙ্গাৰ পাৰত জোনাক ৰাতি
কৰিলোঁ আপোন খেলা ॥
মিলনৰ সপোন
বহুবাৰ পাওঁ
তথাপি প্ৰিয়াক
চুমা নেখাওঁ;



আজিৰ সপোনত
বিচাৰি প্ৰাণ
আপোন প্ৰিয়াক
কৰিলোঁ মান ।
ৰাতিৰ সপোনত
মুখখন চুমিলোঁ,
বুকুত ফুৰালোঁ হাত ।
হেপাহেৰে দুয়ো
কথা পাতি পাতি
আপোন মনক
কৰিলোঁ শাঁত ॥
শাৰীৰ আঁচুলটো
গাত পেলাই দি
সুধিলা কিবা এটি
আপোন মনৰ; ।
জয়াৰ চুলিত
আঙুলি বুলালোঁ
মৰমতে মই
মুখ খন চুমিলোঁ ।
বুজিলা তুমি
আবেগৰ ভাব,

দেহটো তোমাৰ
হেলাই দিলা;
বহাৰ পৰা উঠি
আগুৱাই গলোঁ।
হাত খনেৰে তুমি
টানি নিলা!
পিছফালে বহিবৰ
আদেশ কৰি
কিতাপ খন তুমি
সামৰি লই;
ছবি দেখুৱালা
আপোন কচিৰ
কাযত বহাৰ
কথাটি কই।
এনেতে পাত্ৰী
'ফ্ৰেঙ্কলিন' আহি
কৰিলে নমস্তে
দুয়োকো আমাক;
চিনেমাৰ ছবি
শেষ হোৱা পাই
'ইণ্টাৰভেল' বুলি
সুধিলোঁ তোমাক।



বাওঁফালে বেৰত
দাপোন খনত
দুয়োৰো ছবি
দেখা পালোঁ;
মোৰ ওঁঠটি নি
তোমাৰ ওঁঠত
পিছফালৰ পৰা
লগাই দিলোঁ।
এনেতে হলত
কিবা এটি লই
শৰদ হল;
চকু মেলি দেখি
পুৰাৰ পোহৰ
সপোনটি কৰবালৈ
পলাই গল।
তুমিও নাই কাষত
হ'লৰ মাজত,
এনেয়ে প্ৰেৰণা
জাগৰিত হল;
সপোনতে চুমি
জয়াৰ মুখত
আপোন ওঁঠত
'ভিব্ৰেশ্যন' ৰ'ল।।
(ইং ২০।৯।৫২ চন ঋষিকেশ)

## সপোন কুৰঁৰী

সপোন পালোঁ যোৱা ৰাতি
বহু গ্ৰন্থি পূৰ্ণ ভৰা;
পুৱণি নগৰী মোৰ
'শেফালী' যুৱতী হৰা।
বহু কথা কলোঁ মই
বহু কথা সুধিলে তাই;
লাৱনু মুখনি লই
গানটি গালে তাই।
হিয়াত প্ৰেৰণা ভৰা
সেউজীয়া শাৰী পৰা,
গুপ্ত প্ৰেমিকা নাৰী
পৰদেশী মনোহাৰী।
দুদিনৰ মিলা মিছা
যুৱতীৰ আগ্ৰহত;
লখ্‌নউৰ হৰিণী তাই
বিলাসী চহৰত।
সপোনতে আমাৰ মাজত
যৌৱনৰ প্ৰীতি মিলন

হৰা — হৰণ কৰা।



অন্তৰৰ গুপুত কথা
হিয়াৰ আবেদন।
চকুত কাঁজল সনা
মুখত পীৰিতি ভৰা;
কোমল হাতৰ ভঙ্গি
মিলনৰ আঁখি ধৰা।
ৰাতিৰ সপোনত হলে
শাৰীৰিক আকৰ্ষণ;
নৱ-যুৱতীৰ ইটো
প্ৰেম-আলিঙ্গন।

* * *

বঙালী গাভৰু তাই
প্ৰেমেৰে ভৰপূৰ;
নিয়তো প্ৰেমিক সন্ধান
যৌৱনেৰে অপূৰ।
এদিন শিকাৰী মই
কৰিলো সন্ধান,
মাৰাকৰ পিছে পিছে
কৰিলো আহ্বান।
বসন্ত চিনেমা হ'লত
অপ্‌চনাৰ কাহিনী;
দেখিলে আমাৰ লগত
শেফালী মোহিনী।

মাৰাক = এঞ্জনী গাৰো ছোৱালী।

জাগিলে প্ৰেমৰ ঢউ
'তানুৰ' বুকুত;
নকলে গুপুত কথা
মাৰাক আগত।
মনে মনে কলে মোক
ৰেষ্টুৰেণ্টত যাওঁ;
হজৰত্ গঞ্জত ঘুৰি
চীনা হোটেল পাওঁ।
মগালোঁ ফলৰ দিচ্
শেফালীৰ কাৰণ,
চাহ আৰু কফি হল
মাৰাকৰ আমন্ত্ৰণ।
ৰাতিৰ এঘাৰটা হল
হোটেলত থাওঁতে;
'তানুৰ' গা গৰম
যদি সোধে বাবাই
মাজনিশা যাওঁতে!

* * *

মাৰাকক থবলৈ
মেডিকেল কলেজত,
শেফালীক ধৰিলোঁ লগ
আপোনাৰ লগত।



অনুৰোধ এবাৰ নোৱাৰি;
লাজুকী কুমাৰী;
মান্তি হল একবাৰ
ৰাতিৰ সঙ্গিনী।
বুজিলোঁ, নৱ-যুৱতীৰ
প্ৰাণ আছে হৃদয়ত,
দয়াৱতী দাত্ৰী সাজে
বন্ধুৰ অনুৰোধত।
এইটো সপোন নহয়
মোৰ ৰূপালী বাণী;
বাস্তৱৰ প্ৰেম-প্ৰীতি
ই জীৱনীয় কাহিনী।
(লক্ষ্ণৌ ১।৩।৫৪ ইং)

---

## প্ৰেমা

কোন তুমি, 'প্ৰেমাৱতী'?
অকলে অকলে আহি
প্ৰেমৰ অঞ্জলী ভৰি—
ৰচা আহি জীৱনৰ
ৰাতিৰ সপোন?

'প্ৰেমাক' স্থাপন কৰি
বাটে বাটে ঘূৰি
বিচাৰি ফুৰোঁ মই
আপোনাৰ জন।

জীৱনৰ 'টাইফয়েদ'
প্ৰেমাক আৱৰি
কোমল দেহত
কৰিলেহি বাহ।

নাড়ী ধৰি তাপ দেখি
আপোন হাতেৰে
কৰিলো ক'তদিন
তোমাৰ শুশ্ৰূষা॥

তেতিয়া,
বাঢ়িলে পৰিচয় প্ৰেমা
আমাৰ লগত
প্ৰবাসী জীৱনৰ
ৰোগী কুটীৰত।

সমাদৰ অভ্যৰ্থনা
উপচি পৰিল
তোমাৰ কাৰণে প্ৰেমা
ফ্ৰেঙ্কলীন পৰিবাৰত॥

কৰকীত থাকি আমি
শিকালোঁ তোমাক
শুশ্ৰূষাৰ প্ৰথম অধ্যায়।



আৰ্য্যকন্যা বিদ্যালয়ত
উত্তীৰ্ণ হবলৈ
তোমাৰ পৰীক্ষা প্ৰবেশিকায়॥

আমাকো শিকালা তুমি
সপোন পাবলৈ
তোমাৰ আঠাৰো বয়সৰ
কোমল স্পৰ্শত।

টাইফয়েদ ভূগী থকা
উজ্জল চকু দুটি
আজিও ভাঁহি আছে
দূৰ অসমত॥

(শ্বিলং-ইং১৯৩৫চন)

---

## মোহিনীৰ প্ৰতিক্ৰিয়া

স্থৰুয দেৱতা
কুমাৰী ছোৱালীৰ
প্ৰেমত পৰে।

মহাদেৱ শিৱ
মোহিনী ৰূপত
লোভতে ঘূৰে ॥১
বিলাস ভৱনত
উৰ্ব্বশী সুন্দৰী
আনন্দত নাচে।
ৰূপত বলিয়া
ইন্দ্ৰ মহাৰাজ
বুকু খনি যাচে ॥২
হিয়াৰ দাপোনত
সদায় দেখি
প্ৰেমিকাৰ ছবি।
প্ৰেমত গোপন
আশাৰ সপোন
মনত আঁকি ॥৩
সন্যাসী বাবা
কামত পৰি
মেনকা ধৰে ;
দেৱী শকুন্তলা
অজানিতে আহি
বননিত শোভে ॥৪



ৰাবন জ্ঞানী
নাৰী চোৰত
ধৰা পৰে .
লঙ্কাৰ ৰজা
ব্ৰহ্ম শাপত
সমূলি মৰে ॥৫
দ্ৰৌপদীৰ স্বামী
পাঁচ জন হল
সাংসাৰিক অদ্ভূত ;
কৃষ্ণ সেৱাতেই
পাৰ হৈ গল
সতী পথত ভূত ॥৬
পুৰুৰ কপালত
জড়া আহি পালে
অসহ্য জীৱন।
যযাতিয়ে পালে
ভিক্ষা কৰি, পুনৰ
নব-যৌৱন ॥৭
অনিন্দ্য সুন্দৰী
প্ৰেমিক অহল্যা
ৰূপতে ভৰে ;

ইন্দ্ৰ দেৱৰাজ
লোভত পৰি
মুনি পত্নীক হৰে ॥৮
প্ৰেমী শকুন্তলাই
ৰজা ভৰতক
গৰ্ভত ধৰে ;
দুষ্মন্তই মিছাতে
আপোন প্ৰিয়াক
অস্বীকাৰ কৰে ॥৯
ৰম্ভা যায় নিজে
নল কুবেৰৰ
অতিথি আগমন ।
বাটতে পাই
ৰাবন ৰজাই
কৰিলে হৰণ ॥১০
মোহিনী ৰূপত
দৈত্য সকলে
হাবু ডুবু খায় ;
এনে শুভক্ষণতে
দেৱতা সকলে
অমৃতৰ ভাণ্ড পায় ॥১১



প্ৰেমৰ ভোঁমোৰা
নুৰজাহানৰ ৰূপত
লাগিলে জাহাঙ্গীৰ ;
চতুৰ নাৰী, চল পাই
বিচাৰিলে
আসন সম্ৰাজ্ঞীৰ ॥১২
সেয়েহে কওঁ
আপোন প্ৰিয়া
(তুমি) স্বভাৱ কামিনী ;
মায়া প্ৰকৃতিৰ
নাৰী ৰূপত
পুৰুষ মোহিনী ॥১৩
সৃষ্টিৰ ইতিহাস
সংক্ষেপে তোমাত
কৰিলোঁ স্বৰূপ ;
ভাবিচোৱা তুমি
তোমাৰ জীৱনত
মোহিনীৰ প্ৰতিৰূপ ॥১৪
মায়াৰ আত্মা
বিলাসী জীৱন
ৰূপত মজে ;

ভ্ৰমত পৰি
চিৰ জীৱনেই
ব্ৰহ্মাক ভোজে ॥১৫
মোহেৰে স্থাপন
সংসাৰ জীৱন
ভূতঃ প্ৰতিস্থিত ;
সকলো খেলা
একে আত্মাৰ
লীলা প্ৰদৰ্শিত ॥১৬
নৰ-নাৰী দুয়ো
মোহিনীৰ স্বৰূপত
মিলনতে তুষ্টি
বিধাতাৰ ইটো
অজ্ঞাত মেলা
(মাত্ৰ) সংসাৰৰ পুষ্টি ॥১৭

( কাশ্মীৰ-ইং২৩।৫।৫৪ চন )

——

# প্ৰবাসী জীৱন

( সমুদ্ৰ-ভ্ৰমন )

প্ৰিয়া আজি কওঁ তোমাক
আপোন বুলি,
সৰু জীৱনৰ এক
যাত্ৰাৰ অধ্যায় ;
প্ৰথম সমুদ্ৰ ভ্ৰমন
জীৱনৰ জ্ঞান,
ভিজিগাপট্টমৰ পৰা
জাহাজ মিলায়।
বাইশ্ বয়সৰ সৰু মনটিয়ে
সৰু আশা লই,
ভাৰত সমুদ্ৰত
কৰিলো ভ্ৰমন ;
নিজেই নেজানোঁ একো
কোন দিকে লই,
'চিটি অব্ কেণ্টাৰবাৰী'
কৰিলে গমন।

---

City of Canterbari—জাহাজ খনৰ নাম

বিশাল সমুদ্ৰৰ মাজ
কালা পানী ভৰা,
ঢৌৰ কোবত জাহাজ
হেন্দোলনি ধৰে ;
মনৰ অশান্তি আৰু
অনাহাৰ পেট,
অজ্ঞাত যাত্ৰাত আমাৰ
শৰীৰ ভাগৰে।
পৃথিৱীৰ আধা জোৰা
পানীৰ পথাৰ,
ভাৰত সাগৰ মহান
গভীৰতা প্ৰিয়া ;
পাহাৰ সমান ঢউ
অতল ভাৱনাত
বিচাৰি নেপাও যেন
আপোনাৰে হিয়া !

* * *

দেখা নাই সমুদ্ৰ তুমি
কৰা নাই ভ্ৰমন,
জাকে জাকে মাছ আছি
উৰি উৰি যায় ;



বতাহ তুফানী আহি
আকে পাকে ঘূৰে,
পশু পক্ষী একোকেই
বিচাৰি নেপায়।
সমুদ্ৰৰ চেচাঁ বতাহ
আপোন সম্পত্তি,
বহুতে কয়হি প্ৰিয়া
স্বাস্থ্যৰ মোদক;
মাজ সমুদ্ৰও যেতিয়া
ক্ৰুৰ তৰা হেৰায়.
'এড্‌ভানচাৰ' জীৱনৰ
অনাথ বিপদ।
কঠিন সাগৰ পানীত
জাহাজ ভ্ৰমন.
মনত থাকিব প্ৰিয়া
জীৱন ভৰি;
সাধাৰণ উপসৰ্গ হয়
'চি-চিক্‌নেচ.'
মূৰৰ ঘূৰণি আৰু
পেটৰ বমি।

জীৱনত যত কষ্ট
অনুভৱ হল,
প্ৰকাশিব নোৱাৰিম
ভাষাৰে তোমাক,
প্ৰসৱৰ সময়ত
যেনে কষ্ট হয়,
কেনেকৈ তুমি প্ৰিয়া
বুজাবা আমাক ?
শৰীৰৰ অৱসাদ
মনৰ সন্দেহ,
শাম্ কাটে যেতিয়া
মুখে মুখে ভাষা;
দেখি সাগৰৰ বুকু
সবল মূৰতি,
যাত্ৰী জীৱনত হয়
নতুনৰ আশা।

*    *    *

এদিন দুদিন কৰি
আঠ দিন হল,
সাগৰৰ মাজে মাজে
ওপঙি ফুৰিলোঁ;



কালা পানী গুচি যেন
নীলা পানী হল,
পৰ্ব্বত সমান ঢৌ
কেনিবাদি গল।
দুটি এটি পক্ষী উৰা
দূৰতেই দেখি,
বুজিলোঁ কোনোবা দেশ
ওচৰতে হয়;
দেখিলো মনৰ হৰষে
ওপৰ ‘ডকত’,
জাহাজৰ মালিকে আহি
দূৰবীণ লগায়।

*    *    *

আহি পালো এক ‘ঝেতী’
নগৰী সীমাত,
যাত্ৰাৰ নৱম দিনে
সমুদ্ৰৰ সিপাৰ,
জাভাৰ প্ৰথম বন্দৰ
জাকাৰ্টা বোলে,
বাটাভিয়া মহানগৰৰ
সৌন্দৰ্য্য অপাৰ।

প্ৰথম যৌৱনত প্ৰিয়া
প্ৰথম দৰ্শন,
ইন্দোনেচিয়ান জাতি
আবাস বহল ;
বিদেশ যাত্ৰাত প্ৰিয়া
বিদেশী নগৰ,
দেখি দেখি ভাল লাগে
পুৰণা মহল ।
ভ্ৰমণৰ লগে লগে
সমুদ্ৰ মাজত,
মনত পৰিলে প্ৰিয়া
কলম্বচ্ যাত্ৰা ;
ভাৰত সমুদ্ৰ মাজৰ
সৰু দ্বীপটোত,
বিচাৰি পালো আমি
জীৱন 'চাহাৰা'।
যুদ্ধত ভাগি পৰা
জাহাজ বিলাক,
শান্তিৰে শুই থকা
পানীৰ মাজত ;

---

চাহাৰা=সহায়



দেখা পালোঁ দুৰ্দশা
আপোন চকুই ,
এনি তেনি পৰি থকা
সাগৰ বুকুত ।
প্ৰলয়ৰ মহাকাল
জীৱ-সমুদ্ৰত .
আহি পায় অজ্ঞাতেই
চেতনৰ লয় ;
চলি থকা জীৱনৰ
মৃত্যু অৱশেষ,
কালৰ গতিত প্ৰিয়া
সকলোৱে হয় ।
* * *
দেশত লাগলে জুই
যুদ্ধৰ সময়,
দাচৰ প্ৰলয় আৰু
জাপানীৰ অত্যাচাৰ ;
চুৰেবিয়া বাটাভিয়া
বান্দুঙ আদি,
নিৰীহ ইন্দোনেচিয়ানে
সহিলে দুৰাচাৰ ।

সাম্ৰাজ্যৰ কূটনীতি
মিতিৰালি ভাই,
ইংৰাজে দিলে সহায়
দাচৰ লগত ;
পশ্চিমীয়া ধনবাদৰ
মুক্তিৰ কাৰণে,
যুঁজিলে গাওঁজীয়া আহি
যুদ্ধৰ ক্ষেত্ৰত।
সেউজীয়া পথাৰৰ
শান্তিৰ মহিমা
ভৰা ভৰা গাওঁ বিলাক
উচ্ছন্ন হল ;
গৰীলা যুঁজৰ খ্যাতি
ইন্দোনেচিয়ান জাতি,
লভিলে স্বাধীন ৰাজ
আপোনাৰ বল।

* * *

জীৱনৰ প্ৰথম যাত্ৰা
সাময়িক দৰ্শন,
বাটাভিয়াৰ কীৰ্ত্তি প্ৰিয়া
নগৰ পুৰণি



সাউদ বনিকেৰে ভৰা
বুধিয়ক জাতি,
বহু অধিবাসী হয়
আৰবী চাইনী।
নগৰৰ মাজে মাজে
ফুলৰ বাগান,
ট্ৰাম চলে আকে পাকে
ইলেট্ৰিক ৰেল ;
মানবৰ মহামেলা
'হলিদে' দিনত,
সমুদ্ৰ সাঁতোৰ সদা
জীৱনৰ খেল।
সাগৰৰ পাৰে পাৰে
সন্ধ্যা ভ্ৰমনত
প্ৰেমিক প্ৰেমিকা মিলে
মহা আনন্দিত ;
আশাৰ সংসাৰ পাতি
যুৱক যুৱতি
কেলিকৰি যৌৱন বিতায়
সমুদ্ৰ পানীত।
বাটাভিয়াৰ অলি-গলি
অনাথী গাভৰু,

ঘূৰিফুৰে প্ৰেমৰ দাহত
পুৰুষ সন্ধান ;
চহৰৰ হোটেলত
নাৰী পৰিচাৰিকা,
ৰেষ্টুৰা কফি হাউচত
বন্ধুৰ আহ্বান।

* * *

শত শত বছৰৰ
সংস্কাৰ ভৰা,
সমস্যাৰ প্ৰতিকূল দেশ
যুদ্ধত ভাগৰুৱা,
নব্য চেতন জাগি
নতুন বিচৰা
অন্ন বস্ত্ৰৰ নাটনি
জীৱন আধৰুৱা।
আমদানীৰ মুখ বন্ধ
উৎপন্নৰ অভাৱ,
সামগ্ৰীৰ মহামূল্য
বিলাসী জীৱন



ভাৰতৰ জয় যাত্ৰা
প্ৰেমৰ পতাকা
বিদেশী যোগনীয়াৰ মাত্ৰ
হিন্দুস্থান আপোন।

* * *

বিদেশৰ মনোবিনোদ
বিলাস প্ৰেৰণা,
পদ্মিনী স্বভাৱ গঢ়া
নাৰী সমাজৰ,
বাটাভিয়া মহানগৰী
দেনচিং হলত
লগ পালো এক সুন্দৰী
'চাহাৰা নামৰ।
বিলাতী ৰহন সনা
চকুত জেউতি,
ইন্দোনেচিয়ান অধিবাসী
আৰবী ছোৱালী ;
বুজিপাই পৰিচয়
প্ৰবাসী অতিথি
স্বাগতম্ কৰিলে আমাক
প্ৰেমিক বান্ধৱী।

প্ৰবাসী জীৱনৰ
প্ৰেম অৱদান,
প্ৰথম প্ৰেৰণা প্ৰিয়া
বিদেশী আতিথ্য ;
ভ্ৰমনৰ আত্মসুখ
অজ্ঞাত কামনা,
বুজি পাওঁ জীৱনত
মোহিনী মাহাত্ম্য।
আঠাৰো বয়সৰ ৰূপ
আপোন গৌৰৱ,
যৌৱনেৰে ভৰপুৰ
যুৱতী গাভৰু ;
পছিমীয়া ফ্ৰোক পিন্ধা
প্ৰেম আৱৰণ
শৰীৰত ফুটি উঠে
বিলাসী ক'লাচাৰু।
'ৰেক্স' আৰু 'গ্লোবৰ'
নাট্য মন্দিৰত,
মোহিনীৰ ৰূপ লই
চাহাৰা নাচে ;
অভ্যাগত ভাৰতীয়
বিদেশী জনক



আপোন প্ৰিয়াৰ ভাওঁত
সম্ভাষণ যাচে।
আৰবী পোচাক পিন্ধি
স্বভাৱ সুন্দৰী,
অকলে অকলে আহি
চিনেমা হলত ;
গোপন তথ্যৰ বাহানা
সন্ধ্যা সময়ত,
ফুৰিবলৈ লগধৰে
সমুদ্ৰৰ পাৰত।
বাটাভিয়াৰ মনোবিলাস
মনৰ হেপাহ,
'চি-বাথ কৰিবলৈ
অৱসৰ বিচাৰি ;
আপোন লগৰী লই
নগৰী প্ৰান্তত,
লগধৰে মাজে মাজে
চাহাৰা প্ৰেয়সী।
সুন্দৰী জাভানীচ
আৰবী ছোৱালী,

'চাহাৰা' নামটি বোলে
অৰ্থপুৰ্ণ হয় ;
অভিলাসী জীৱনৰ
আপোন যাত্ৰাত
প্ৰৱাসী ভ্ৰমনত প্ৰিয়া
আমাৰ 'সহায়' ।
স্বদেশৰ প্ৰীতি ভাষণ
বিদেশী ভাষাত
ৰাধ্য কৰালে শিকিব
এটি দুটি ভাষা ;
আপোন বাহানা ধৰি
মোহিনী চাহাৰা,
প্ৰবাসী প্ৰিয়া হবৰ
বান্ধবীৰ আশা ।
জাভাৰ জীৱন প্ৰিয়া
বসন্তৰ লহৰ,
বছৰৰ আধাভাগ
বিলাসত কটালোঁ ;
সময়ে সময়ে গই
উত্তৰী জাভাত,
বাকাসীৰ ৰণ ক্ষেত্ৰত
যুদ্ধও দেখিলোঁ ।



× × × ×

'মেডিকেল ইউনিটৰ'
'এডভান্স পোষ্ট ,
সদায় ব্যস্ত থাকে
বিলিফ্ কামত ;
বন্ধুত্বৰ মহাদান
আপোন পৰিচয়,
মানৱ সেৱাৰ দ্বাৰা
যুদ্ধৰ মাজত ।
শুনিছানে তুমি প্ৰিয়া
নাৰী সমাজৰ,
জীৱনৰ মহাধাত্ৰী
নাইটিঙ্গেল ফ্লোৰেন্স ?
ইয়াৰেই উদাহৰণ
আমাৰ ভ্ৰমণ
মানৱৰ সেৱাব্ৰতী
'ফিল্ড এম্বুলেন্স' ।
আহিলে সময় আমাৰ
দ্বীপ এৰিবৰ,
'চাহাৰাক' এৰিবলৈ
বহু দুখ পালো ;

উনৈছশ চিয়াল্লীশৰ
দশম মাহত,
জীৱনৰ দ্বিতীয়বাৰ
বিৰহ সহিলোঁ।

উটীয়ালে নাও আমাৰ
উত্তৰ মুখে,
বাটাভিয়া নগৰৰ
বন্দৰ এৰি;

দ্বিতীয়বাৰ জীৱনৰ
আপোন অভিজ্ঞতা,
'ভোয়েজ অব্ এন্টিনোৰে'
বিৰহ বোজা ভৰি।

নাচে গানে পাৰ্টি ভৰা
জাহাজ ইৰেলি,
এন্টিনোৰ সাঁতুৰিলে
সৰল পানীত;
চাৰিদিনৰ সুখ যাত্ৰা
নীল সাগৰত.

---

**Voyage of**—যাত্ৰাৰ
**Antinor**—জাহাজৰ নাম



উপশম্ পালোঁ আমি
বিৰহী প্ৰাণত।
লাগিলে জাহাজ এক
নতুন বন্দৰ,
শ্যামৰ ওচৰ দেশ
মালায়াৰ বাম;
বননিৰ মাজত থকা
সৰু এটি ঘাট,
উত্তৰ মালয়াত
পোৰ্ট স্যুয়েটিংহাম।
ৰবৰৰ গছ ভৰা
মাটিয়া লোৰ খনি,
নতুন দেশৰ দৃশ্য
গভীৰ বননি।
বৃটিচৰ শাসন জোৰা
আপোনাৰ ঠাই;
আহি পালোঁ ৰেলগাড়ীত
সাঙ্গাই পাতানি।

* * *

নতুনৰ মহামায়া
নতুন দেশত,

মালয়াত থাকি প্ৰিয়া
পেনাঙ্‌ ঘূৰিলোঁ ;
টাইপীং কুলালাম্‌পুৰ
ইপোহ আদি কৰি,
উত্তৰৰ পৰা দক্ষিণ
সফৰ কৰিলো।
টাইপীঙত আহি পালোঁ
কৰ্ম্মক্ষেত্ৰ পাই,
মধ্য মালয়াৰ এক
আৰামৰ স্থল ;
চাইনীজৰ পৰিয়াল
ঘৰুৱা বান্ধব,
ৰং ফেমিলিৰ লগত
পৰিচয় হল।
ৰং-য়াত্‌-টাক্‌ হল মোৰ
পৰম বন্ধু,
মালয়াত এক প্ৰকাৰ
আপোনাৰ গাইড্‌ ;
চীনৰ বিলাসী যুৱক
সম-বয়সীয়া,
ফুৰিবলৈ লগধৰে
'এভ্‌ৰী নাইট'।



ঘৰুৱা অভ্যৰ্থনা
জীৱনত ঘটিল,
জাগিলে প্ৰেমৰ মায়া
যাওঁতে খাওঁতে ;
ৰং-পৰিয়াল হল
অতিকৈ আপোন,
লীয়ং, সুয়েং সকলোৱে
মেধি মেধি মাতে।

* * *

নৰ্ম্মালৰ ছাত্ৰী এজনী
চাইনীজ্‌ গাভৰু,
ৰং-য়াত্‌-টাকৰ হল
বান্ধৱী আপোন ;
অসমীয়া পৰদেশী
আমাৰ লগত
পৰিচয় হই পৰিল
'লিম্‌-চিন্‌ লীয়ন'।
লিমক দেখি আমাৰ
পৰিলে মনত,
বাটাভিয়াক এৰি অহা
লগৰী চাহাৰা ;

মনে মনে ইচ্ছা হল
আপোন কাহিনী,
লিমৰ আগত কওঁ
বান্ধৱী হেৰোৱা।

নব্য সভ্যতাৰ চীনা
নতুন কুঁৱৰী,
কি যে মোহিনী মায়া
লিমৰ ৰূপত!

মিলা-মিছা সঙ্গদোষে
মালয় দেশত,
নাৰীগ্ৰন্থি পুনৰায়
জাগিলে মনত।

চাইনীজ বন্ধুৰ দল
ভ্ৰমনৰ সাথী,
সন্ধ্যা সময়ত সকলোৱে
একেলগ হওঁ;

'মিচ' আৰু 'মিচিয়াৰ'
সঙ্গৰ লগত,
কাৰ্ণিভেল পাৰ্কত
আমোদ জমাও।



টাইপীঙৰ পাহাৰত
বন্ধুৰ মাজত
পিক্নিকৰ আয়োজন
লিমক বলালোঁ;

চাইনীজৰ লগত
মালয়াত থাকি,
মেক্সৰেল হিলত আমি
বহুবাৰ বগালো।

চুটীৰ অৱসৰ বিচাৰি
'হলিদে হোমত',
দলে দলে আহি আমি
পেনাঙলৈ যাওঁ;

চহৰৰ পাৰে পাৰে
সাগৰ মাজত,
মটৰ লান্সত উঠি
ঘুৰি ঘুৰি চাওঁ।

পাহাৰৰ ওপৰত
টোচিং ৰেলগাড়ী,
দৰ্শকৰ দৰ্শনীয়
মনৰ অধীৰ;

প্ৰাকৃতিক মনোলোভা
দ্বীপৰ সৌন্দৰ্য্য,
পেনাঙত্ অৱস্থিত
সাপৰ মন্দিৰ।

*   *   *

ঘূৰিলো দেশ বিদেশ
মনৰ হবিয়ে,
বিদেশী বন্ধু আৰু
বান্ধৱীৰ লগত ;
লিমৰ আতিথ্য পাই
চাহাবাৰ সহায়,
কটালোঁ জীৱন প্ৰিয়া
প্ৰবাসী ভোগত।
জীৱনৰ যৌৱন প্ৰিয়া
মনৰ হেপাহ,
ঘূৰি ঘূৰি মনত পৰে
আপোন-প্ৰিয়া ;
দূৰ বিদেশত আমাৰ
যৌৱন প্ৰেৰণা,
প্ৰবাসত থাকি যোগালে
প্ৰবাসী প্ৰিয়া।



বিদেশৰ ৰহস্যত
সামৰণি পৰিল,
ভটীয়াবলৈ হলে আমাৰ
ভাৰত মুখে ;
লিম, আৰু য়াট-টাকৰ
বিদায় লই,
চিঙ্গাপুৰ আহি পালো
অন্তৰ দুখে।

*   *   *

চিঙ্গাপুৰ ঘূৰি চালোঁ
মনৰ হেপাহে,
সজাই থোৱা তিনি
প্ৰমোদ বাগান ;
'নিউৱাৰ্ল্ড' হেপিৱাৰ্ল্ড
ধুনীয়া পাৰ্ক,
লগতে 'গ্ৰেটৱাৰ্ল্ডৰ'
মানৰ উদ্যান।
মনে হয় পশ্চিমীয়া
বিলাসী বতাহ,
পূবৰ কোনত গই
বসতি জমালে ;

আপোনাৰ মানুহে পাই
বিলাসী সাজত,
ভাৰতক চেৰ পেলাই
সভ্যতা গঢ়ালে।
ব্যৱসায়ত আগবঢ়া
সমুদ্ৰ নগৰ,
বিলাসত ভৰিপৰা
চাইনীজ্ মহান;
নতুন চহৰী জীৱন
যুদ্ধৰ পাচত,
ধুনীয়া নগৰৰ কীৰ্ত্তি
পুৰণি দালান।
চিঙ্গাপুৰৰ বৃহৎ বন্দৰ
অভেদ্য দুৰ্গ,
কিনাৰত ৰই আছে
'এম্পায়াৰ প্ৰাইড্';
স্বদেশলৈ বইনিব
ভাৰত মুখে,
সকলোৰে মনত আমাৰ
আনন্দৰ 'লাইট'।

---

Empire Pride—জাহাজৰ নাম।



উন্নৈছশ সাতচল্লিশৰ
পোন্ধৰ আগষ্ট,
ভাৰতীয় ইতিহাসত
ডাঙৰ এটি দিন;
যদিওবা মোহ লগা
বিদেশী চহৰ,
স্বদেশ পাব লাগিব আমি
সেই শুভদিন।

* * *

তৃতীয়বাৰ যাত্ৰা হল
মহা সমুদ্ৰত,
প্ৰবাসী জীৱনৰ
বিপদ এৰাই;
এম্পায়াৰ প্ৰাইডে
বুকু সামৰিলে,
চিঙ্গাপুৰ বন্দৰত
ষোল জুলাই।
ক্ষুদ্ৰ এটি স্মৃতি লই
দেশ বিদেশৰ,

আমিও সামৰিলোঁ প্ৰিয়া
আপোন অন্তৰ ;
কৰলৈ বুজি ভাবি
তোমাৰ আগত,

জীৱনৰ ইতিহাস
যাত্ৰা দেশান্তৰ।
ছয় দিনৰ মহাযাত্ৰা
পানীৰ মাজত,
আহি পালোঁ বন্দৰ গা'
চহৰ বোম্বাই ;
প্ৰণাম জনালোঁ প্ৰিয়া
প্ৰবাসী দেশৰ,
ভাৰতৰ সমুদ্ৰত
শেষবাৰ লই।

( পুণা-ইং ১৯৪৮ চন )

---

# নতুনৰ কাম্য

পুৰণি কথা আৰু পুৰণি ভাষা
জীৱনত ভাল নেলাগে :
নব-নতুনৰ আপোন খেলা
হিয়াজুৰি মধুৰ লাগে।
সেয়েহে বিচাৰে প্ৰাণে নিতৌ সৃষ্টি,
নতুনৰ ৰূপ চাবলৈ :
নবাগত জীৱনৰ মনৰ আশা
হেপাহেৰে পূৰ কৰিবলৈ।
বলিয়া জীৱনৰ বলিয়া প্ৰাণত
চিকিমিকি ৰূপৰ ৰাশি ;
হিয়াৰ হেঙুলী ৰঙত বিশ্বৰ প্ৰেম
উটি আছে আপোন বাকি।
নোৱাৰে পূৰাব মনক ইয়ে
জীৱনৰ অশান্ত কামনা ;
ভাবৰ মাধুৰী লই নিতউ
জাগি উঠে নতুন বাসনা।
হিয়াৰ পৰশ লৈ ৰূপৰ সৃষ্টি
যদিহে হয়হি নিজে আগমন ;
নতুন জীৱন গঢ়ি নতুন ভাষাত
যাচি দিম জীৱনৰ প্ৰীতি সম্ভাষণ!

( লক্ষ্ণৌ--ইং ১৯৫৭ চন )

---

# দ্বিতীয় অধ্যায়

---

## ভাবী প্ৰিয়াক আহ্বান

আহা মোৰ প্ৰিয়া, মিলনৰ ভাগীৰথী,
লৈ আহা লগত তুমি শতেক জেউতি ;
কৰাহি গুপুতে তুমি প্ৰেমৰ আহ্বান,
উথলি উঠক আজি মিলনৰ বান।

তোমাৰ অপেক্ষাতেই আজি কৰিছোঁ সাধন,
বহু প্ৰিয়াৰ আগমন কৰিছোঁ বাৰণ ;
জীৱনৰ মহাযাত্ৰাক কৰিছোঁ উপেক্ষা,
হিয়াত পুহিছোঁ আজি তোমাৰেই আশা।

নাৰী তুমি, পুৰুষৰ অতিকৈ আপোন,
মিলনৰ বন্ধু তুমি জীৱনৰ যৌৱন ;
শোকৰ সান্ত্বনা তুমি ৰূপৰ মোহিনী,
প্ৰেমভৰা হিয়া তুমি, গৃহৰ গৃহিনী।

আহা তুমি, লই আহা বন্তিবাতি ধাৰী,
জ্বলাই দিয়াহি তুমি প্ৰেম-পুষ্প শাৰী ;
স্থাপন কৰিবলৈ আজি প্ৰাণৰ দেৱতা,
অজ্ঞাতেই জাগক মোৰ মহামানৱতা।



প্ৰেমৰ পূজাৰী মই, প্ৰেম ভিক্ষা কৰি,
মাতিছোঁ তোমাক নাৰী হিয়া উজাৰি ;
নকৰি উপেক্ষা এই সোণৰ সংসাৰ,
কৰিলোৱা আহি আজি সকলো তোমাৰ।

আহা কল্যাণী, খোলাহি মন্দিৰ দুৱাৰ,
সজোৱাহি বেদী তুমি ঠাকুৰ পূজাৰ ;
ধূপ-ধূনা ফল-ফুল ধৰাহি কাষত যতন
প্ৰেমাশ্ৰু বোৱাই পূজাত কৰিম সাধন।

তোমাৰ সঙ্গে আজি মোৰ গঢ়িব দেৱতা,
তোমাৰ প্ৰেমেই মোৰ হৰিব হীনতা ;
মহাবিশ্বত আজি মই উজলি উঠিম,
হিয়া অন্তৰত তোমাক অনুভৱ কৰিম।

আহা প্ৰিয়া, লৈ আহা পূণ্য শীতল হিয়া,
কোমল হাতেৰে তোমাৰ শান্তিস্পৰ্শ দিয়া ;
বহাহি কাষত তুমি বামাৰূপী হই,
ধৰাহি সংসাৰ তুমি শক্তি স্বৰূপা হৈ।

( ঋষিকেষ ইং ৫।৮।৫২ চন )

---

# মোৰ বিয়া

(ৰোহিনীৰ লগত)

হব লাগিছিল কাৰ লগত,
হলে তোমাৰ লগত মোৰ বিয়া;
তুমি গাভৰু ৰোহিনী সুন্দৰী,
মাগিছো এথনি প্ৰেমৰ হিয়া।
আমি প্ৰেমিক প্ৰেমৰ ভোমোৰা,
আশাকৰো সদায় তোমাৰ দিয়া;
ৰোহিনী তুমি যৌৱন লগৰী
অযাচিতে পোৱা 'আপোন প্ৰিয়া'।
বিয়াৰ আগতে জোৰা বিচাৰি
যৌৱন কটালোঁ বিচাৰি সুখ;
জীৱনৰ জোৰা পালোঁ এজনী
ৰোহিনী বোলা গাভৰু মুখ।

* * *

কত লগৰী সৰি সৰি পৰিল
শেষৰ লগৰী তুমিয়েই আহিলা;
তুমি বিনে মোৰ জীৱন অপূৰ
যোড়শৈশ্বৰ্য্যে আহি কৰিলা ভৰপুৰ।
কিয় আজি মোৰ লগৰী নিমাত,
কিয় আজি মোৰ প্ৰবাসত বাস?



মায়া- সূতাডালি আকোৱালি ধৰি
সপোন দেখিছোঁ জীৱন ভৰি।
বাস্তৱ কল্পনা ভাহি ভাহি গল,
লগৰী সবে নিমাত হল;
সেয়েহে বুজিলোঁ দুনীয়াৰ সকলো
সকলো আপোন সকলো পৰ!
উঠি অহা জীৱন বুজিব নোৱাৰি,
ভাল পাব খুজিলো সবাকে ধৰি;
ভুলহৈ গল বিচাৰ কৰাত
লগৰী ভাবি মোহিনী আশাত।
মনতে আজি ধিক্কাৰ মানিছোঁ,
সেযেহে আজি কৰিছো ভোগ;
লগৰী ৰূপৰ প্ৰেমৰ জ্বালা
বিৰহ ভাবি ভুগিছোঁ শোক।

* * *

যিদিনা তুমি আহিলা ঘৰত
নীৰৱে নিমাত থাকিলা শুই;
কত কথা মোৰ পৰিল মনত
জীৱন লগৰী আগমন পাই।
পুৰণা লগৰীৰ মুখৰ ছবি
ভাহি ভাহি আহে মনৰ মাজত;

তুমিয়ে যে আহি আপোন হলা,
জীৱন যাত্ৰাৰ বাটৰ কাষত।
ভুলি যাব খোজোঁ পাছৰ কথা
তোমাৰ আগমন ওচৰত দেখি;
বহু প্ৰেয়সীয়ে এতিয়াও মোক
ভুলাব খোজে তোমাক খেদি।
কতজনী মোৰ বাটৰ সঙ্গী
একেলগে থকা মৰমী হিয়া;
কতজনী মোৰ সহকৰ্ম্মী
নিচেই আপোন কথা দিয়া প্ৰিয়া।
মোৰ ওচৰত তোমাক দেখি
এতিয়া হব সকলো পৰ;
যদি পাৰা তুমি সামৰি লব,
তোমাৰ লগতে (মোৰ) জীৱন নিৰ্ভৰ।
সেয়েহে প্ৰিয়া জীৱন উচৰ্গা
দুটি জীৱনৰ এটি হিয়া;
তোমাৰ পৰশৰ মাধুৰী বিলাই
আপোন অন্তৰ উজাৰি দিয়া।

আৰাম কুটীৰ
বহাগ ১৩৬৫ চন ইং ১৯৫৮ চন

---

# জীৱন লগৰী

প্ৰিয়া তুমি, জীৱন লগৰী হৈ জীৱনত
প্ৰেম বৈ আনি পৰিচিতা হলা যৌৱনত।
ইমান গভীৰ ভাবে প্ৰবেশ কৰিলা;
তুমি মোৰ শৰীৰৰ স্নায়ু মন্দিৰত।
বিচাৰিলে বীজানু এটি মাইক্ৰোচকোপত,
বিচাৰি পাওঁ তোমাক 'শ্লাইডৰ' মাজত।
সেয়ে আজি ভুলিলোঁ আমি উপৰ ডুৱাৰ,
যাবলৈ যিটো আছিল সকলো সবাৰ।
যদি আজি কৰিলোঁ হেতেন ঠাকুৰ পূজা,
তোমাৰ ভাবনাক এৰি গ্ৰন্থিত মজা;
কিজানিবা পালোহেঁতেন অমৰ সত্তা,
ঠাকুৰ কৃপা আৰু আপোনাৰ আত্মা!

* * *

বিচাৰোঁ তোমাক যেতিয়া একো নিবিচাৰি;
একে আশা মনত ৰাখি একে অনুচাৰী,
তুমি মতি, তুমি গতি জীৱনৰ সাধ
একেলগে খোজ কাঢ়িম জীৱন অজ্ঞাত।
অকলে নবহোঁ গৈ আজি ঠাকুৰ পূজাত,
স্বাৰ্থপৰ পৰমাৰ্থ কৃপাৰ আশাত।
একেলগে যাম আৰু একেলগে খাম,
পাওঁ যদি দুয়ো আমি একেফল পাম।

নোৱাৰো খুলিব যদি মন্দিৰ দুৱাৰ,
একেলগে বাটচাই পুৱাম পোহৰ ;
উজলা পৰত আমি দুয়ো খোজ কাঢ়িম,
সংসাৰ যাত্ৰাৰ পথ একেলগে গঢ়িম।

তথাপি নেযাম মই অকলে পূজাত ;
তোমাক লগত এৰি বৈৰাগী যাত্ৰাত।
অকলে অকলে মই কিনো ফল ধৰিম !
ঠাকুৰ পূজাত মই কিনো লাভ কৰিম ?

যৌৱন দেখিছোঁ প্ৰিয়া, জড়া দেখা নাই,
সেয়েহে মাতিছো তোমাক অতি সাদৰাই।
একেলগে যাম বুলি মৃত্যুৰ পথত,
বিপদৰ সহায় আৰু জীৱন সঙ্গত।

যাম দুয়ো কথাকৈ আপোন মনৰ
চাই চাই মনে মনে জটিল সংসাৰৰ।

মৃত্যু যদি ধৰে আহি আগছি আমাৰ,
দুয়োজনে একেলগে ঠিয়হৈ সমৰ ;
ভেটিম মৃত্যুক মই গৌতম মুনি হই,
তুমিও বাধিবা তাক সাবিত্ৰী ৰূপ লই।

জীৱন দেখিছোঁ প্ৰিয়া, মৃত্যু দেখা নাই ;
সেয়েহে কৰিছোঁ সঙ্গ প্ৰেম-গীতি গাই।



সুখ লাগে জীৱনত, দুখ নেলাগে,
অপ্ৰিয় জীৱন বুলি ভাবোঁ, প্ৰিয়া অভাৱে।

চাবলৈ খোজা যদি তুমি সুন্দৰ নগৰী,
চাব লাগে প্ৰিয়া তুমি গভীৰ বননি ;
তেহে বুজি পাবা তুমি জীৱনৰ ফাল,
বিৰহিনী হলে কেনে প্ৰেমত আকাল।

মৰম কৰিব জানো, দুখিব নেজানো,
পৃথিবীত থাকি আমি স্বৰ্গবোৱাই আনো ;
তেহে যদি আমি দুয়ো জীয়াই থাকিম,
প্ৰেমৰ ৰসেৰে তেনে সু-যশ আৰ্জিম।

বিপদৰ ঢউ ঠেলি যৌৱন পুৰাত,
জীৱনত যেতিয়া আহিব শুভদিন ;
মিলনৰ শুভবাৰ্ত্তা আপোনাৰ প্ৰেম,
প্ৰজাপতি নিজে বৈ আহিব সিদিন।

যিদিন, তুমি আৰু মই একেলগে দুয়ো,
একেহাতে একেগঢ়ে আদৰণি জনাম ;
সিদিন, মিলনৰ স্বৰ্গীয় বেদীত উঠি,
একেলগে দুয়োজনে সম্ভাষণ কৰিম।

বিচাৰিম ৰূপ-আত্মা মাধুৰ্য্য পৰশ,
প্ৰাণৰ স্পন্দন আৰু জীৱনীয় ৰূপ ;

সাঁচিথোৱা যৌৱনৰ প্ৰাণৰ আবেগ
মধু-মিলনৰ হ'ম ব্ৰহ্মাত্মা স্বৰূপ।

নাহিবা লগতলৈ প্ৰিয়া বিপদৰ বোজা,
অসাৱধানী বুকু আৰু হিয়াৰ অশান্ত;
অৱহেলা অকৃতজ্ঞতা মানৱীয় বাধা
উপেক্ষা কৰিবলৈ তোমাৰ গাভৰু বসন্ত।

আহা যদি, লই আহা বাসন্তী পুৰাতে,
জীৱনীয় সোঁত আৰু চেতনীয় প্ৰাণ;
যৌৱনৰ প্ৰেম অৰ্ঘ, হিয়াৰ আকুল
দেৱতা পূজাৰ অৰ্থে বসন্তৰ গান।

ৰচিব লাগিব তুমি হিয়াৰ দেৱতা,
গঢ়িব লাগিব মোৰ বসন্তৰ প্ৰাণ;
প্ৰেমৰ মন্দিৰত তুমি কোমল হাতেৰে,
জেউতি বঢ়াবলৈ প্ৰিয়া জীৱনৰ মান।

পাৰিবানে তুলি লব হিয়াৰ স্পন্দন,
সংসাৰীয় জীৱনৰ দায়িত্ব গধুৰ?
প্ৰেমৰ হেঁচা আৰু জীৱনৰ ভাৰ
কৰিবলৈ আজি আমাৰ জীৱন মধুৰ?



বাল্য জীৱনে বিচাৰে সহায় মাতাৰ,
কিশোৰত হয় পিতাৰ হাতৰ সহায়;
ল'ৰাকালে উমলিছো ভাই-ভনী সবে
ৰংমনে খেলিছিলো কত লগৰীৰ সতে!

এতিয়া বিচাৰো প্ৰিয়া সহায় বুকুৰ,
কৰিবলৈ আজি আমি হিয়া ভৰপুৰ;
যৌৱনৰ সাথী তুমি জীৱন সঙ্গিনী,
সকলোৰে জানি লব তুমি অৰ্দ্ধাঙ্গিনী।

যদিওবা আছে মোৰ প্ৰিয় পৰিজন,
সকলো থাকিও মোৰ লাগেযে নিৰ্জন;
তুমি এটি 'প্ৰিয় জীৱন' আছাযে অজ্ঞাত
যিয়ে কৰিবাহি 'প্ৰিয়া' বুলি দাবি আপোনাত;
এনে জনীক লগ পাই হেওকৰে অন্য পৰিজন,
তুলনাত ইজনী লবহি নিশ্চয় আপোন?

সংসাৰত থাকি মই বৈৰাগ্য নিবিচাৰোঁ,
তুমি প্ৰিয়া থাকোঁতে মই অবজ্ঞা নকৰো;
মোৰ যি ফল হয়, তোমাৰো সেই ফল,
নহলে ঠাকুৰ পূজা আজি জীৱনে বিফল!

(লক্ষ্নৌ—ইং ১৯৫৮ চন)

---

# আপোন প্ৰিয়া

হে কল্যাণী! আকুলন জীৱন তোমাৰ
ৰূপত ৰূপহী ৰোহিনী, যৌৱনৰ বাণ;
গৃহিনীৰ আগমন, ভাগ্য-লক্ষ্মী প্ৰিয়ে
নাৰী ৰূপত তোমাৰ কোমলতা প্ৰাণ।

লখিমী সৰস্বতী তথা সীতা সাবিত্ৰী,
গঙ্গা যমুনা তুমি পদ্মিনীৰ ৰূপত;
গঙ্গাৰ সহোদৰী প্ৰিয়ে যমুনা ৰোহিনী
নাৰীৰ আদৰ্শৰূপ বিচাৰোঁ তোমাত।

যেতিয়া কৰাহি খেলা তুমি আপোন মনে,
নগ্নশৰীৰে ঠিয়হে স্বামীৰ আগত;
ফুটি উঠে নাৰীৰূপ গ্ৰীচৰ দেৱী,
ভেনাচৰ প্ৰতিকৃতি তোমাৰ দেহত!

মেঘৰ বৰণে পিঠিত কলা চুলিটাৰি,
স্বৰ্গীয় অপ্‌সৰা পৰী ৰম্ভাৰ ৰূপ;
লৱনু শৰীৰে প্ৰিয়া আপোন দেহত
পদুম ফুল যেন তোমাৰ উঠন বুক।

ৰামৰ কাষত তোমাৰ সীতাৰ ৰূপ,
জিলিকি উঠিছে চিন্ সক কপালত;



ভাগ্যৰ প্ৰলেপ আঁকা ৰোহিণী সুন্দৰী
আপোন প্ৰিয়াৰ কাম সেন্দুৰৰ ফোঁট।

মুদখোৰা চকুজুৰিত লাজৰ ৰেখা,
বিৰিঙিছে জীৱনত হৰিণীৰ আঁখি;
কামদেৱৰ ঘৈণীহে ৰতিৰ ৰূপত
বুকুৰ কোমল প্ৰেম তুমি দিবানে বাকি?

চকুৰ চাউনীত তোমাৰ প্ৰেমৰ শৰ,
চাওঁতে চাওঁতে পুৰুষ উজুতি খাব;
ভ্ৰূত লগালে কাঁজল ৰোহিণী প্ৰিয়া,
ক'লাদাগেৰে কামিনীৰ ৰূপ বঢ়াব।

নাকটি যদিও সিমান নহয় উঠন,
সৰু যেন কোমল কলি তিলৰ ফুল;
গোলাপৰ পাহি যেন কাণত তোমাৰ
সোণৰ চাকা পিন্ধোৰা মোৰ হল ভুল।

পদুমৰ পাহি যেন নিমজ গালত,
সানিলে সেন্দুৰ তুমি উঠা ৰঙা পৰি;
প্ৰেমভিক্ষা জানি, গোপনে লাজত তুমি
স্বামীৰ মুখৰ চুমা লোৱা হিয়া ভৰি।

ৰাজহাঁহৰ গলত যেন ফুলৰ মালা,
শোভালে সুন্দৰী তোমাত লখ্‌নৌৰ সোণ;

ডক্‌ডকি লোটা যেন প্ৰেমিক নাৰীৰ
দীঘল গলৰ চিন পদ্মিনী লক্ষণ।

পদুম-ঠাৰি যেন বগা বাহু দুখন,
সাৰতি ধৰিলে প্ৰিয়া জীৱনৰ আশা;
কোমল স্পৰ্শ তোমাৰ কামিনীৰ হাত
পিন্ধি আছা ভাগ্যৱতী সোণৰ শাখা।

লিহিৰি পতীয়া তোমাৰ ৰূপহী আঙুলি,
হাতৰ পতাৰ লগত কোমল গাঁঠি;
শিৱ পূজা কৰা নাৰী প্ৰকৃতি হাতত
প্ৰভুৰ স্মৰণ কৰা 'ৰামৰ' আঙুঠি।

মানব-সৰোবৰ যেন শীতল বুকু,
আপোন পুৰুষত তুমি বিচৰা সুখ;
অনুৰাগ ভৰা তোমাৰ নাৰী প্ৰকৃতি
স্বামীৰ কোলাত লুকোৱা লাজুকী মুখ।

পেটত ভৰি আছে বুধিৰ টোপোলা,
বাহিৰত তোমাৰ সদা লাজুকী ভাষা;
নিজেই কোৱা তুমি খঙাল স্বভাৱৰ
প্ৰিয়া মোৰ, নাৰী চৰিত্ৰত চিত্ৰলেখা।

কঁকালত পিন্ধা তুমি ৰিহা মেখেলা,
আপোন সৌন্দৰ্য্য তুলি নতুন ধৰণে



উঠন তপিনাত পৰি নাচে চুলিটাৰি
মোহিনীৰ ৰূপত নিজে ক'লা বৰণে।

উৰুৰ স্নায়ু তোমাৰ অতিকে কোমল,
হাতৰ পৰশ পালে শিয়ঁৰি উঠা;
লৰণু সদৃশ যেন ত্বকৰ বৰণ
নাৰী শৰীৰটো তোমাৰ ৰূপেৰে গঁথা।

ভৰি দুখনত তোমাৰ আছে সৰলতা
আপোন খোজত তুমি ৰাজহংসী ৰূপী;
গৃহিনী স্বৰূপা মোৰ জীৱনৰ জোৰা,
আপোন প্ৰিয়া তুমি 'বাসন্তী' প্ৰকৃতি।

বসন্ত আহিলে আমাৰ হৃদয়ৰ ঢৌ,
পাবলৈ বিচাৰো আমি তোমাৰ সঙ্গ।
অপূৰণ জীৱনত পূৰ কৰিবলৈ
ভৌতিক জগতৰ আপোন মহাৰঙ্গ।

মাত সুৰদী তোমাৰ কণ্ঠে বাগ্‌দেবী,
ভাষাত গীতৰ সুৰ চেতাৰৰ তান;
প্ৰেয়সীৰ লাজুকীয়া চকুত লহৰ
স্বামীৰ সৌহাৰ্দ্য প্ৰিয়ে আপোনাৰ মান।

কোমলতা কোমলিনী মাধুৰ্য বিকাশ,
বুকুভৰা প্ৰেম তোমাৰ হিয়াৰ স্পৰ্শ;

মাধুৰী বিলোৱা প্ৰিয়েৰ কোমল শৰীৰ,
ৰোহিনীৰ প্ৰেম কৌতুক জীৱনীৰ হৰ্ষ।

প্ৰিয়ে ৰোহিনী—

ৰূপ বিন্যাস যদিও কালিদাস নহয়,
আপোনাৰ ৰুচিৰ তৃপ্তি প্ৰিয়-হৃদয়ত;
বিচাৰি মিলন আকৌ আপোন-প্ৰিয়াৰ
থাকিলো অপেক্ষাই মই লখনৌ চহৰত।

(তোমাৰ—প্ৰিয়)
লক্ষ্ণৌ ইং ২৬।৬।৫৮ চন

## স্বপ্নময়ী

সপোনত পালোঁ এজনী নাৰী
কাষচাপি আহিছে কাষত,
ৰাতিৰ এন্ধাৰত খেপিয়াই নিজে
মুখখন লুকালে আপোন লাজত।

শাৰীৰ আঁচলে বাঁ দিলে মোক
দিলে জীৱনৰ মহাশান্তি,
বুজিলোঁ জীৱনত মহামায়া আহিল
দুৰ কৰিবলৈ আপোন ভ্ৰান্তি।

ৰঙা ব্লাউজ পিন্ধি দীঘল হাতেৰে
দীঘল চুলি মেলি হাঁহিলে এপাক,
আপোন লগৰী বুলি পৰিচয় দিলে
মাগিবলৈ আমাৰ জীৱনৰ ভাগ।

সুধিলোঁ নাৰীক কৰপৰা আহিলা
যৌৱন পুৱাতে আদৰি আমাক,
নিজৰ লাজতে নিজেই লুকালে
যৌৱন ঢাকিলে সাদৰি আমাক।

বৰ হেপাহেৰে কথাটি কলে,
"হবলৈ আহিছোঁ আপোন তোমাৰ;
অকল শৰীয়া উদাসী জীৱনত
পাতিবলৈ তোমাৰ মোহৰ সংসাৰ।

ভয় লাগিলে ৰূপহীৰ কথা শুনি
এই যৌৱনত কিয় মায়াৰ সংসাৰ;
কি দুখত নাৰীয়ে সঙ্গী বিচাৰি
কৰিবলৈ আহিলে যুটীয়া বিহাৰ!

নিজৰ স্বাধীনতা নিজেই হৰি
সোমালে আহি সংসাৰ বান্ধত;
লগ বিচাৰি ৰাতিৰ সপোনত
হেজা দিবলৈ আমাৰ কান্ধত?

সুধিলোঁ নাৰীক পুনৰায় আমি
"তুমিয়ে নে মোৰ 'আপোন-প্ৰিয়া'?
বহুদিনে অপেক্ষি বসন্ত কুঞ্জত
কটালোঁ জীৱন বিচাৰি হিয়া!

"তুমিয়ে নে মোৰ 'আপোন-প্ৰিয়া'
সামলিব আহিছা জীৱনৰ ভাৰ!
আপোন প্ৰিয়া সাজি নাৰীৰূপত
সুধাবলৈ বিচাৰিছা প্ৰেমৰ ধাৰ?



"তুমিয়ে নে মোৰ বিচৰা নাৰী,
মোকলাব আহিছা জীৱনৰ বাট;
একেলগে ফুৰি সংসাৰ পথত
অশান্ত হিয়াক কৰিবলৈ শান্ত?"

নাৰীয়ে কলে মোক মিচিকি হাঁহি
"মই হলোঁ তোমাৰ জীৱন মোহিনী;
প্ৰাণৰ সঙ্গীক আহিছোঁ বিচাৰি
সন্মোহিনী ৰূপ লৈ প্ৰিয়া ৰোহিনী।"

নাৰীৰ কথাত সাৰ পাই মই
বাস্তৱৰ ৰোহিনীক লিখিলোঁ হিয়া;
কাৰ চাপিবলৈ বুকুৰ মাজত
ৰাতিৰ শেতেলিত 'আপোন-প্ৰিয়া'।

বুজিলো জীৱনত ইজনী নাৰী
নাৰয়তি যা-সা স্বপ্নসুন্দৰী;
আৰাম কুটীৰত ৰোহিনীয়ে মোৰ
ধাৰণে পালনে বৰ্দ্ধনে নাৰী।

(লক্ষ্ণৌ-ইং ১০।৯।৫৮ চন)

# প্ৰিয়া বিচ্ছেদ

সাংসাৰিক মায়াজাল নকৰি আশা,
দেশ-বিদেশ ঘূৰি যৌৱন বিতালোঁ ;
নেৰাখি কোনোজনী মোহিনী কাষত,
জীৱনত বহুদিন অকলে কটালোঁ।

কতজন বন্ধু আৰু বান্ধৱীৰ লগত,
নতুন নগৰত গই পৰিচয় পালোঁ ;
জীৱনীয় বন্ধুত্বৰ সঙ্গৰ ত্যাগত,
বিৰহৰ চকুলো বিচাৰি নেপালোঁ।

অলপতে আহি মই বিবাহ বান্ধত,
ধৰিলোঁ সাৰতি এজনী ৰমণীৰ হাত ;
সহায় হব বুলি পথৰ সঙ্গিনী,
দেখাবলৈ সংসাৰিক জীৱনৰ বাট।

ইজনীয়ে আপোন বুলি কাষত বহি,
নাৰীৰ কোমল স্পৰ্শে মাধুৰী বিলালে ;
অন্তৰৰ সকলো খিনি মৰম ঢালি,
মনে মনে আহি তাই হিয়া উজলালে।



তিনিদিনৰ পৰিচয়তে আপোন কৰি,
বান্ধিলে প্ৰেমৰ বান্ধ জীৱন-আটি ;
বসন্তৰ পৰশত বাসন্তী ৰূপত,
নাৰীৰ আপোন ৰূপ দেখালে খ্যাতি।

নাৰীক আপোন বুলি অনুভৱ হল,
ইজনী প্ৰিয়া হল মোৰ মোহিনী সুন্দৰী ;
নতুনত মৰম হল নতুন বিচাৰি,
এবিৰলৈ মন নেযায় জীৱন ভৰি।

অসমত এৰি থই আপোন প্ৰিয়াক,
লখনৌত কিছুদিন অকলে কটালোঁ ;
পৰিণীতা দেৱীক কাষত নেপাই,
শূণ্যহৃদয় খনি বিৰহে জ্বলালোঁ ;

দিনে দিনে গধুৰহৈ আপোন জীৱন;
প্ৰিয়া বিৰহৰ বোজা ঘনীভূত হল ;
ৰাতিৰ সপোন বুলি দিনৰ দিঠকত,
মোহিনী মুখৰ ছবি মজ্জাগত হল।

বিৰহত ব্যাকুলহৈ মই অধীৰ হাতে,
খেপিয়াই বিচাৰোঁ ৰাতিৰ সপোনত ;
প্ৰিয়াৰ শৰীৰ বুলি খামুচিব ধৰো,
বিচনাৰ গাৰুটোকে বুকুৰ মাজত।

কবিতা লিখি কাব্য লিখি দিনৰ বেলি,
পূৰাৰ বিচাৰোঁ নিজে শূণ্য জীৱনত ;
এক্সপ্রেস্ ডাকত খবৰ পঠাই,
ৰোহিনীৰ ফটো চাওঁ আপোন মনত।

*   *   *

বিপাকত পৰি আমাৰ দাম্পত্য সঙ্গ,
সাময়িক পৃথকতা হল ৰাজ-দায়িত্ব ;
আঁতৰি থাকিলে প্রিয়া বগলৰ পৰা,
প্ৰকৃতি বিৰূপ হল জীবনীয় ৰাধ্য।

নতুন সংসাৰ এৰি নতুন বান্ধবী,
অসহ্য বেদনা ভোগে যৌৱন-প্ৰাণে ;
অকল শৰীয়া সঙ্গত বিৰহ জ্বলাই,
কান্দিবৰ মন যায় প্রিয়া অবিহনে।

চকুৰ টোপাল পানী মুকুতাৰ মালা,
সৰি সৰি পৰি থাকে হিয়া অন্তৰত ;
ৰোহিনী নুবুজে প্রিয়ে জীৱন আমাৰ,
কিমান ব্যাকুল প্রাণ প্রিয়া বিৰহত !

মনে হয় কেতিয়াবা অসমলৈ আহি,
বিৰহত ফাটিযোৱা আপোন হিয়াক ;
বতাহত উৰি গই ভোঁমোৰাটি হই,
কৈ আহিম কাণে কাণে ৰোহিনী প্রিয়াক,



মনে হয় কেতিয়াবা পৱন দেৱক,
দুত কৰি পঠিয়াম পুষ্প ৰথত ;
বন্ধুৰ সহায় হই আপোন প্ৰিয়াক,
ৰোহিনীক খবৰ লব বেঁকিৰ পাৰত।

মনে হয় কেতিয়াবা টেলিভিচন্ আনি,
নতুন জগতৰ নতুন জ্ঞান লভি ;
বিৰহত আকুল হোৱা আপোন মনে,
চাই চাই হেপাহ পলাম প্রিয়াৰ ছবি।

মনে হয়, নিজে সাজি তুষাৰৰ পাল,
মেঘৰ বৰণে গই মেঘদূত হই ;
বিৰহৰ বাৰ্ত্তাবাহি আপোন প্রিয়াক,
সম্ভাষিব সুদূৰত অসমত গই।

বিৰহত আউল বাউল প্ৰেমৰ ছবি,
চকুত টোপনি হৰিল ; সুখৰ সপোন ;
ভাতত ভোক গুচিল, পানীত পিয়াহ,
তথাপিও কৰোঁ প্রিয়াক প্ৰেম আবেদন।

বিৰহত গলি যোৱা মোৰ হৃদয় বস্তি,
প্রিয়া ৰোহিনী ! বুজিবানে মনৰ দুখ ;
শুকাই গইছো প্রিয়া নিজকে নিজেই,
দেখিব নেপাই তোমাৰ প্ৰেমৰ মুখ।

প্ৰবাসত প্ৰবাসীৰ প্ৰেমৰ জীৱন,
জৰ্জৰিত শৰীৰ ৰোহিনী বিৰহত ;
বুকুফালি হিয়া উগাৰি আপোন প্ৰিয়াক,
দেখুৱাব পাৰোঁ বৈ থকা প্ৰেমৰ সোঁত।

শোকত শোকাকুল হিয়া বিৰহী প্ৰাণ,
কেনেকৈ বুজাম প্ৰিয়ে! ৰোহিনী সুন্দৰী ;
ইমানতো নুবুজা যদি অভাগা আমি,
নিজহাতে শাস্তি দিবা যৌৱন বিচাৰি!

তোমাৰ বিৰহী
লীবং (দাৰ্জিলীঙ পাহাৰ)
ইং-১।১০।৫৮ চন

---

## সুন্দৰী

ওচৰত থাকিলে তুমি প্ৰিয়া ৰোহিনী
নিত্য সেৱিকা ঘৈণী
লাদাখৰ পৰা দেখোঁ, তুমি যেন মোৰ
জীৱন মোহিনী।



ঘৰত সঙ্গ পালে ভাবোঁ মই তোমাক
অৱহেলা কৰি ;
দূৰত থাকিলে তুমি মোৰ চকুত
সপোন সুন্দৰী।

তুমি যেন এতিয়া ৰূপত ৰূপহী,
দাৰ্জিলীঙৰ প্ৰেমিকা নাৰী ;
ফুলি উঠা আপোন যৌৱন সাজি
পিন্ধিলে মোৰ কাশ্মিৰী শাৰী।

পৃথিবীত য'ত সুন্দৰী আছে
তোমাৰ শৰীৰৰ ৰূপ ;
সৰগত ঘূৰিফুৰা যেন তুমি
অপ্সৰা কিন্নৰী স্বৰূপ।

সমুদ্ৰ সুন্দৰী তুমি,
সুৰ পুৰৰ ৰম্ভাৰ বেশ,
ভাৰতৰ 'ইন্দু' তুমি
ইংলণ্ডৰ এলিজাবেথ।
বসন্তৰ 'বাসন্তী' তুমি মোৰ
ক্লাচৰ সঙ্গিনী ;
বাল্যকালৰ সহচৰী যেন
লাজুকী কুমাৰী 'কুণী'।

বিদেশৰ সুন্দৰী 'চাহাৰা'ৰ
তুমি কৱকীৰ 'প্ৰেমা';
একেলগে পঢ়া বান্ধৱী তুমি
মোৰ চেনেহী 'জয়া'।
মনে হয় তুমি মোৰ মনৰ গঙ্গা
অপ্ৰজ্ঞা সুন্দৰী;
ৰূপত ফুলি উঠা গাভৰু হিয়া
চহেলী সহোদৰী।
কলিকতাত ভ্ৰমী ফুৰা মোৰ
প্ৰেমিকা ৰোহিনী;
মেনকা সুন্দৰী যেন তুমি
ঋষি-মন মোহিনী।
কামনাৰ কামিনী ৰোহিনী যেন
'চেম্চনৰ দালীলাহ';
ছিৰাজৰ সুন্দৰী সপোন তুমি
মোৰ 'ক্লিয়পেট্ৰা'।
চাহজাহানৰ মমতাজ তুমি
চিতৰৰ পদ্মিনী;
ওদালগুৰীৰ অদ্বিতীয়ম্ নাৰী
তথা স্বামী বিৰহিনী।
মোৰ ৰোহিনী, কামদেৱৰ ৰতি
যেন পেৰিচৰ পৰী;



প্ৰিয়ৰ চকুত তুমি যেন ৰূপৱতী
অহল্যা সুন্দৰী।
ৰোহিনী তুমি, গ্ৰীচৰ দেৱী ভেনাচ,
'দি-মিলোৰ' ৰূপ;
মোৰ মনত যেন সুৰাসুৰৰ
মোহিনী স্বৰূপ।
মনেহয় তুমি মোৰ দুষ্যন্তৰ
প্ৰেমি শকুন্তলা;
দৰং শোণিত পুৰৰ উষা, তথা
সঙ্গিনী চিত্ৰলেখা।
সপোন কুঁৱৰী তুমি যেন মোৰ
কালিদাসৰ যক্ষপ্ৰিয়া;
সঙ্গৰ অভাৱ ঘটা প্ৰবাসী স্বামীৰ
চেনেহী 'আপোন-প্ৰিয়া'।

ভাৰতীয় নাৰী তুমি, ভাৰতীয় প্ৰেম,
তুমি নোহোৱা ৰহন সনা বিলাতী মেম্;
সেয়ে, তুমি মোৰ মৰমৰ ৰূপহী ঘৈণী,
প্ৰবাসী প্ৰিয়ৰ হৃদয়ত সুন্দৰী ৰোহিনী।

চায়োক কেম্প·হিমগিৰি (লাদাখ)
ইং-২০।৫।৬৪ চন।

# গুৰি তিনিটা আৰু গেজা ভুকু পাঁচটা

( এটি ঘটনা )

হে মতিহীন নাৰী ! কি বুজিবা
সংসাৰৰ কঠিনতা ?
সহিব লাগিব তুমি, গুৰি তিনিটা
গেজা ভুকু পাঁচটা ।

স্বামী তোমাৰ বিদেশত, এই
মহা চাকৰিৰ নীতি ;
ইচ্ছা কৰিও নিজে পূৰাব নোৱাৰি
স্বামী-স্ত্ৰীৰ আপোন ৰীতি ।

মিলিটাৰীৰ ডাক্তৰ কম্পাউণ্ডাৰ
পোৱাক পিন্ধে আধুনিক ;
পাট্লুন পিন্ধা ডেকা লাগে
মোৰ প্ৰিয়া ৰোহিনীক ।

সেয়ে, তুমি নাৰী বুজিলা সহজে
সংসাৰৰ জটিলতা ;
সহিব লাগিব প্ৰিয়া গুৰি তিনিটা
গেজা ভুকু পাঁচটা ।



মোৰ ৰোহিনী, তুমি ভাবা মোক
সুখত আছোঁ মই ?
তোমাক সুদূৰ অসমত এৰি লাদাখত
অকলে শৰীৰটো লৈ ।

মেধিবাবুৰ মনটো সদায় জমা
মোৰ ৰোহিনীৰ লগত ;
টোপনিত ভাঁহি ভাঁহি আহা তুমি
নিতৌ ৰাতিৰ সপোনত ।

কটাইছোঁ প্ৰবাসী জীৱন ইয়াত প্ৰিয়া
মাত্ৰ শৰীৰৰ ভেল ;
লাদাখ-বৰফৰ মাজত মই ভাবোঁ
পৰ্ব্বত গুহাৰ জেল ।

সেয়ে মইও সহিব লাগিছোঁ প্ৰিয়া
শুনিছোঁ এই মধুৰতা ;
তোমাৰ ওপৰত পৰা গুৰি তিনিটা
গেজা ভুকু পাঁচটা ।

'মেঘদূত' পঠালোঁ প্ৰিয়া ৰোহিনীলৈ
অতিকষ্ট লাদাখৰ পৰা ;
*'আপোন-প্ৰিয়া'-প্ৰিয় হৃদয়ৰ গোপন
ই প্ৰিয় বাৰ্ত্তাৰেই ভৰা ।

---

* আপোন প্ৰিয়া ৪ৰ্থ ভাগ ( মেঘদূত )

পঢ়িবা শেষৰ খণ্ড ভালকৈ প্ৰিয়ে
বুজিবা তোমাৰ প্ৰিয়ৰ কথা ;
হিমালয়ৰ বৰফ, লাদাখৰ কষ্ট, লগতে
মেধিবাবুৰ মনৰ ব্যথা।

গঙ্গাৰ হাতৰ ভুকু ৰোহিনীৰ পিঠিত
শুনিলে নিশ্চয় মিঠা লাগে ;
মালিক অবিহনে, নাৰী কপালত প্ৰিয়া
জীৱনত সকলো সহিব লাগে ;

বিবাহহীন জীৱনত ডাঙৰ জনীৰ কষ্ট
কি বুজিবা তুমি বিবাহিতা ?
দুখ নকৰি সহিবা নীৰৱে, গুৰ তিনিটা
আৰু গেজা ভুকু পাঁচটা।

হিমগিৰি
চুমাঠাং কেম্প (লাদাখ)
ইং ১।৬।৬৪ চন

---

# অপেক্ষিতা

আহা ! কি সুমধুৰ মানৱী জীৱন,
শোক দুখ প্ৰেৰণা সকলো ভৰা ;
উপভোগ সম্ভোগ আশা-নিৰাশা,
সংসাৰৰ মোহ-মায়া যৌৱন জোৰা।

উঠি অহা যৌৱনে কৰি আলিঙ্গন,
গাভৰু বসন্ত হয় প্ৰেমত আকুল ;
সদায় ভাঁহি থাকে চকুৰ আগত,
তিনিটি ভণী যেন পদুমৰ ফুল।

সুন্দৰী মুখেৰে সৈতে কোমল শৰীৰ,
গাভৰু জীৱনে শোভে প্ৰেম আৱৰণ ;
গঢ়নে বৰণে সম পুষ্পৰেণু যেন,
অগ্ৰজা অনুজা দুটি অস্পৰ্শ জীৱন।

ৰূপত ৰূপহী নাৰী স্বভাৱ চিত্ৰিনী,
মধ্যমা সুন্দৰী মোৰ ৰোহিনী প্ৰিয়া ;
প্ৰিয় বিলাসী যুৱতী মনৰ হৰিণী,
বিবাহিতা গাভৰু মোৰ আপোন-প্ৰিয়া।

যদিও বোপাৰ মাক প্ৰিয়া প্ৰেম বিলাসী,
স্বামী প্ৰবাসত এবে উদাসী জীৱন ;
প্ৰিয়ৰ অপেক্ষিতা অবলা বিৰহিনী,
'প্ৰোষিত ভৰ্তৃকা' * নাৰী পূৰ্ণ যৌৱন।

যদিও বা ৰাজকাৰ্য্য বৰফ বাসৰ,
হিমগিৰিত থাকে স্বামী লাদাখ উত্তৰ
সুদূৰ অসমত এৰি ৰোহিনী প্ৰিয়াক,
দৰঙৰ ওদালগুৰী মহা দেশান্তৰ।

প্ৰিয়া মোৰ স্বামী বিৰহত বিৰহিনী,
ভাবি থাকে আশা কৰি প্ৰেমৰ লহৰ ;
লাদাখত থকা প্ৰিয় বৰফ বাসৰ,
কেতিয়া সামলিব আজি যৌৱন মোহৰ।

দিনে দিনে গণে প্ৰিয়াই আকাশৰ তৰা,
পল দণ্ড মাহ গণে কালান্তক বছৰ ;
আহিব আহিব বুলি নাৰী হৃদয়ত,
অপেক্ষি থাকে প্ৰিয়াই প্ৰিয়ৰ অন্তৰ।

প্ৰিয়-বন্ধু 'মেঘক' আপোন বুলি ভাবি,
প্ৰিয়াই মনতে ভাবে আকাশলৈ চাই ;

---

*প্ৰোষিত ভৰ্তৃকা—যি নাৰী স্বামী বিদেশত থকাৰ কাৰণে উদাসিনী।



লাদাখৰ প্ৰিয়ৰ পৰা বাতৰা বই,
হিমালয়ৰ পৰা আহিব মেঘদূত হৈ।

ক'ত যে জোনাক ৰাতি পাৰহৈ গল,
তথাপিও ৰোহিনীৰ প্ৰিয় প্ৰবাসত ;
স্বামীৰ মৰম পোৱা অপেক্ষিতা নাৰী,
চাই চাই দিনকাটে শূণ্য আকাশত !

* * *

নগৰ চহেলী দুজনী ভাবে আপোন-বন্ধু,
কেতিয়া পাবহি সঙ্গ ৰাতিৰ সপোন ;
সময়ৰ বাৰ্ত্তা জোগাই সোহাগ কৰিবলৈ,
পুহি থকা আলসুৱা আপোন যৌৱন।

অবিবাহিতা গাভৰু মনৰ উদাস,
আলচি থাকে সদায় সপোন ৰাজ্যত ;
কোনো এজন পাবলৈ জীৱন পথত,
পুহি থাকে ভাৱ গধুৰ বুকুৰ মাজত।

এটি এটি দুটি দুটি সকলো বছৰ,
গুচি যায় সময়, কমি যায় বসন্ত ;
নোৱাৰে সহিব নিজে কঠোৰ যাতনা,
অপেক্ষিতা নাৰী আশাৰ নহয় অন্ত।

যৌৱনৰ বন্ধু বিচাৰে আপোন সঙ্গী,
ইটো বন্ধু এৰি সিটো কামিনীৰ বাণ ;
অপেক্ষিতা জীৱনত যৌৱন লহৰ,
ৰূপৱতী নাৰীৰ ইটো মহা অভিমান।

প্ৰকাশিব নোৱাৰি অন্তৰ ভাবক,
বুকুৰ মাজত সদায় মনতে ব্যথা ;
সাংসাৰিক মোহৰ বিলাসী ভাবত,
সপোন ৰচে নাৰী বন্ধু অপেক্ষিতা।

ৰোহিণীয়ে ভাবে সদায় স্বামীৰ কথা,
অগ্ৰজা অনুজাই ভাবে বন্ধুৰ কথা ;
তিনিটি গাভৰুৱে সহে যৌৱন প্ৰাণত,
লুকাই থকা সঙ্গৰ প্ৰেম অপেক্ষিতা।

(পেনামিক্ কেম্প, লাদাখ)
ইং ১।৪।৬৪ চন

—

—কাব্য-সহচৰী—

# তৃতয়ী অধ্যায়

# ॥ ভাব-বিচিত্ৰা ॥

# মহা সমুদ্ৰ

বিশাল পৃথিৱী জোৰা সমুদ্ৰ মহান,
ক'ত যুগ ধৰি তুমি কৰিছা আবাস;
পৃথিৱীৰ বুকুত বহি মনৰ গৌৰৱে
কৰি থকা ঢৌৰ লগত আপোন বিলাস!

একো একো ঢৌটি যেন বৰুণ দেৱতা
অবিৰাম পৰ্ব্বত স্তুপে তোমাৰ বুকুত;
জপিয়াই উঠেগই আকাশ মণ্ডল,
ধৰিব কোমল স্পৰ্শ ইন্দুৰ বুকত।

কোনে জোখে ঢৌ তোমাৰ কিমান উচঁা,
কিমান বেগেৰে বোৱা আহ্নিক গতিত;
পৃথিৱীৰ ঘূৰ্ণী পাকত জল দস্যু হৈ
বিচাৰিব ধৰা গ্ৰাস আপোন শক্তিত।

ডাঙৰ ডাঙৰ জাহাজে সাতোৰ ধৰি,
গৌৰৱেৰে জীৱনৰ বিপদ বঢ়ায়;
তোমাৰ ঢৌৰ কোৰত সৰু হই পৰি
মহা কালৰ বুকুত আপুনি হেৰায়।

ক্ষুদ্ৰাতি ক্ষুদ্ৰ জীৱ তোমাৰ পানীত,
উটি বুৰি ফুৰে নিজে আনন্দৰ ঢৌত;
সৃষ্টিৰ মহান প্ৰাণী দীৰ্ঘ জীৱি হই
শান্তিৰে ঘূৰি ফুৰে গভীৰ তলিত।



মানৱ জ্ঞানৰ তুমি অভেদ্য দুৰ্গ,
বিজ্ঞানৰ মহাভাণ্ড গভীৰ পানীত;
স্ৰষ্টাৰ প্ৰথম সৃষ্টি প্ৰাণী জগতৰ,
জীৱাণুৰ স্থিতি মহা সমুদ্ৰ তলীত?

পুৰাণ কাহিনীত তোমাক মন্থন কৰি,
উদ্ধাৰিলে ক'ত জীৱ দৈৱী আগমন্;
দেৱাসুৰৰ কৰ্ম্ম ক্ষেত্ৰ অমৃত লাভত
জলৰূপী নাৰায়ন তুমিয়ে মহান্!

(ইং ২০ জুলাই ১৯৪৭ চন)
ভাৰত মহাসাগৰ

---

# আপোন তীৰ্থ

ভাৰতৰ মাজে ফুৰিলোঁ অকলে, অকলে,
জীৱনত মধু-প্ৰেমৰ পৰশ বিচাৰি;
গঙ্গা যমুনা আদি পবিত্ৰ গমতি,
ডুবালোঁ মনক আমি বহু স্নান কৰি।

মহাতীৰ্থ পূণ্যস্থান অকলে ঘূৰিলোঁ,
প্ৰবাসী জীৱনত দৈৱীকৃপা আশা কৰি ;
ঋষিকেশ হৰিদ্বাৰ আৰু দ্বাৰকা মন্দিৰ,
চাই চাই ঘূৰিলোঁ আমি মহাত্মা বিচাৰি।

কাশী বৃন্দাবন আৰু মথুৰা প্ৰয়াগ,
দেখিলোঁ চকুৰে আমি নিজে তাত গই ;
ঠায়ে ঠায়ে চাকৰি কৰি নাচিক ঘূৰিলোঁ,
ঠায়ে ঠায়ে বা আমি তীৰ্থযাত্ৰী হই।

ঘুৰি ঘূৰি আৰ্য্যস্থান ভাৰতৰ পূণ্যস্থান,
দেখিলোঁ সবাতে গই মন্দিৰ পবিত্ৰ;
পিতলৰে গঢ়োৱা আৰু সোণৰে সজোৱা
দেখা পালোঁ দেৱ-দেৱী মূৰ্ত্তি বিচিত্ৰ।

সকলোতে পূজা-পাত আৰু বেদৰ মন্ত্ৰ,
কৰি থাকে তীৰ্থযাত্ৰী দেৱতাৰ কীৰ্ত্তন ;
সকলোৱে বিচাৰি আছে পূণ্য পৰমাৰ্থ,
সকলোতে দেখোঁ আজি মন্দিৰ মহাত্মাম্।

অকলে অকলে আহি অকলে প্ৰনাম কৰি,
গুচি যায় পূজাকৰি প্ৰসিদ্ধ মন্দিৰ তীৰ্থ ;



নাপায় বিচাৰি তাত আপোন মহাভিলাষ,
প্ৰাণৰ ~~প্ৰণাম~~ দেৱতা আৰু প্ৰেমৰ আতিথ্য।

অৱশেষে দেখা পালো এক মহাতীৰ্থ,
লুকাই থকা ভাৰতত দেওঘৰ ধাম ;
নতুন দেৱতা লই আপোন পবিত্ৰ,
পুনৰ জীৱিত কৰে আপোনাৰ নাম।

য'ত আজি নিজে আহি তীৰ্থ গঢ়োতা,
বহিলেহি শুনাবলৈ জীৱনৰ গান;
নতুন মন-ধীৰ সাজি দিলে নিজে প্ৰাণ,
স্থাপিলেহি প্ৰেমতীৰ্থ আদৰ্শ মহান।

য'ত আজি পূজা হয় জীৱ আৰু জীৱনৰ,
মন্ত্ৰহয় উচ্চাৰণ পৰমাত্মাৰ ধ্বনি ;
নহয় তীৰ্থ যাত্ৰা, তথা জীৱন যাত্ৰাত,
সকলোৱে শুনে আহি ভগবান বাণী।

নাই ইয়াত সজোৱা পিতলৰ দেব-দেবী,
নাই ইয়াত মাহাত্মা মন্দিৰ ভূষণ
নহয় পুৰণা তীৰ্থ, ই আপোন আশ্ৰম,
ইষ্টপ্ৰাণ ভক্তৰ বাস্তৱ ঠাকুৰ দৰ্শন।

দেখিলো আহি ইয়াত প্ৰেমৰ আনন্দ,
বৰ্ণাশ্ৰমৰ আদিগুৰু থাকে পুৰুষোত্তম ;
পদাৰ্পিলে ঈশ্বৰ পুৰুষ য'ত আজি
ইয়ে আপোন তীৰ্থ ভাৰতৰ ক্ষেত্ৰৰ উত্তম।

( হৰিদ্বাৰ, ইং ১৯৫২ চন )

---

## শ্ৰীশ্ৰীঠাকুৰ

মানুহ আহিলে মনুৰ পৰা
শুৱনি কৰিলেহি ধৰা ;
সকলো কৰ্ম্মতে নিপুন তেওঁ
বুদ্ধি বৃত্তিৰেই জোৰা।
'ঠাকুৰ' আহিলে বিষ্ণুৰ পৰা
মানুহৰ এক ৰূপ;
প্ৰকৃতি তাৰ বিভেদ নাই, কিন্তু
আত্মা আপোন স্বৰূপ।
বহুতে কয় মহা প্ৰেমিক,
বহুতে কয় কঠোৰ হিয়া;
শাসনত বহুত কঢ়া ;



মানব লীলাৰ যিয়েই নহওক
হিয়া তাৰ স্বভাৱ গোপন,
প্ৰেমেৰেই হৃদয় ভৰা।
ভক্তৰূপে ভগবান হই
স্বয়ম্ ঠাকুৰ নাম পায়;
ঠকুৰ দিয়ে মনৰ ওপৰত
মানুহৰ সত্বাক জগায়।

সংসাৰী মানুহে প্ৰবৃত্তি ত্যাগী
যিয়ে ভক্তৰ প্ৰকৃত হয়;
তেঁৱেই আত্মা বিচাৰি জীৱনত
ঠাকুৰ শৰণ লয়।
মানুহবোৰ কিচিম কিচিম
জগতত ঠাকুৰ ব্যাখ্যা হয় ;
সকলো শাস্ত্ৰ বাখ্যা হলেও
ভক্তই হে 'ঠাকুৰ' চিনি পায়।

* * *

ঠাকুৰ পাইও বিবেচনা
জীৱৰ আত্মা-বিস্মৃতি
মনুহে কয় ভগবান নহয়,
ভক্তই কয় ভগবান হয়,
পুৰ্ণ 'তেওঁৰ' সকলো স্মৃতি।

তেওঁৱে আজি বিশ্ব-বৈজ্ঞানিক,
জগতত 'ঠাকুৰেট' বিজ্ঞ ;
প্ৰেমাস্পদ ভক্তৰ জীৱনত
তেওঁৱেই প্ৰিয় 'স্থিতপ্ৰজ্ঞ'।

( ঋষিকেশ কেম্প, ইং ৪।৮।৫২ )

—×—

## গঙ্গাৰ পাৰত

যিদিনা বহিছিলো সবে আমি
গঙ্গাৰ পাৰত
বন-ভোজ খাবলৈ বুলি এক
নিৰ্জন পৰত ।
দেখিলো, বইছে গঙ্গাৰ সোঁত ধীৰে
কুলু কুলু কই,
বিচাৰি দক্ষিণ মুখে নিজে
হৰিদ্বাৰ লই ।
নামিলে আকাশী গঙ্গা আহি
ঋষিকেশ কাষি
বইছেহি ভাৰত ভূমিত
পুণ্য বাৰি ঢালি ।



সেয়েহে পবিত্ৰম হল প্ৰথম
ঋষিকেশ স্থান,
তাৰো ওপৰত দুই তীৰ্থ
গোঙ্গত্ৰী আৰু কেদাৰনাথ ধাম ।
কাষতে ঠিয় হই এক
মহাযোগী বৰ,
অনিমেষ চাই আছে সদা
হিমালয় হৰ ।
আপোন তনয়-জাত গঙ্গা
মৰম বিচাৰি,
কৈলাসৰ পাৰ স্পৰ্শে
পৰ্ব্বত জীয়াৰী ।
ঋষিকেশত বনভোজ
মহা আয়োজন,
কৰিলো গঙ্গা-স্নান শেষত
অতি প্ৰয়োজন ।
গঙ্গাৰ বালিত বহি আমি
মনে মনে চাই,
মনত কৰিলো তেতিয়া
শাস্ত্ৰৰ গঙ্গালৈ ।

*  *  *

নাই সেই ৰূপ গঙ্গাৰ
যুৱতীৰ অৰ্জ্জা,

প্ৰেমহীন বুকু তাৰ আজি
শান্তনুৰ ভাৰ্য্যা।
এতিয়া নাই তাৰ কোলাত
প্ৰিয় পৰিজন,
স্বৰ্গীয় সুখত ফুৰা সেই
অষ্টবসু জন।
নাই তাৰ কোলাত সু-পুত্ৰ
ভীষ্মহি মহান.
সি আজি হইছেহি ধৰাত
ককাল শুকান।
নগোন্ধায় পানী আজি বহি
গঙ্গাৰ পাৰত,
যি গোন্ধ বৈছিল এদিন তাৰ
শিৰৰ জেঁাটত।
সেয়ে এই গঙ্গা আজি যিয়ে
জাহ্নবী নামৰ
উৰুফালি মুক্তি দিয়ে এক
মহা মুনিবৰ।
ভাগীৰথে লৈ আহি ৰাখিলে
ভাগীৰথী নাম,
আৰ্য্যাবৰ্ত্তত জনায় আজিও ই
পবিত্ৰ সন্ধান।



যেনেকৈ উদ্ধাৰিলা তুমি
বংশ সাগৰৰ,
তেনেকৈ উদ্ধাৰিবা দেৱী
স্নানাৰ্থী জীৱৰ।
আজিও গঙ্গাত বিচাৰে লোকে
পূণ্য প্ৰেমতীৰ্থ.
নোৱাৰি কৰিব শেষ গাই
গঙ্গাৰ মাহাত্মা।

(হৃষিকেশ, ইং ৫।৮।৫২ চন)

—×—

## নিজৰা

চুচুক্ চামাক নই,
ধীৰে বৈ গই গই
শিল আছে ঠিয় হই
তাতে এবাৰ জিৰণি লই;
কুল্‌ কুল্‌ সুৰে গই
পাক মাৰি ঘূৰি চাই,
জিৰ্‌ জিৰ্‌ কই বৈ
গীত গাই সৰু কই,

লগ লৈ যাব লই
কাক মাতা কাবলৈ ?
হৰিণা পোৱালী ঐ
মাকৰ সতে লগ হই
তোৰে পানী খায় গই।

দেখি তাকে থ'ৰ হই
ৰ' লাগি চাই চাই
ভুলি যোৱা যাবলৈ।

সময় নাটনি হই,
আছে বহুত যাবলৈ
মাৰা দৌৰ জৰ্কৈ
জাৰণিৰ মাজে গই
হিৰ্ হিৰ্ পৰ্ পৰ্
উঠে তাত মাত ঐ।

হৰিণ বিলাকে চাই
লৰ দিয়ে ভয় পাই।
আৰু কিছু দূৰত গই
এৰা গীত টান কই
যাই থকা গাই গাই;
গছনিৰ তল পাই
জিৰণি লোৱা গৈ।



ভাগৰত ক্লান্ত হই
টোপনি আহে ঐ।
গধূলি হোৱা তই
সপোনত দেখা পাই
উঠা নৈ যাবলৈ।
অন্ধকাৰত ভয় খাই
ৰই থকা ঠিয় হই;
গছ পাতে লগ লই
পুনৰায় যোৱা গৈ।
বাঁহীৰ সুৰ তুলি লই
কুল্ কুল্ মাতে গাই
আগে আগে বাট লই
ভাগীৰথে মাতা কই,
জাহ্নবীৰ দৰে তই
অনন্তত ( সাগৰত ) মিলা গই।

( ১০।৫।৪১ ইং )

—×—

# সপোন--সঙ্গী

এইযে সপোন দেখো সকলো মিছাই;
জীৱন মৰিচী হায় বাতৰি জনায়;
সুখৰ সম্ভোগ আৰু কল্পনা বঢ়াই
জীৱন ভুৱাৰ মাত্র আহুতি বিলায়।
সপোনেই সঙ্গী ইটো মানব জীৱন
চাৰিফালে মোহপূর্ণ পাতে যে কানন।
অপূৰণ আবেগৰ আগ বতৰাই
ভাবনাৰ ঢউ তোলে বিশ্ব বিয়পাই
নিয়তিৰ পাশে বন্ধা সকলো ঘটনা
সপোনতে ছায়া-ময়া কৰে বিড়ম্বনা।
বিষয় বাসনা আৰু অনন্তৰ ধ্বনি
অতৃপ্ত কামনা সিটো সপোনৰ বাণী।
আপোন সুৰৰ ক'তো জীৱনৰ গান,
সুন্দৰ পাতনি ৰাশি, সঙ্গীতৰ তান°
কিবা সেই মিছা তর্ক মানব জীৱন
সকলো চানেকি সিটো ভুলৰ সপোন
স্বর্গীয় অমৰ সুখ, ৰমনীৰ প্রেম,
আত্মাৰ গৌৰৱ তোলা বাহাদুৰী ভেম;
প্রণয় কানন আৰু ক'ত মধুপুৰী,
সপোনেই ৰচে এই কল্পনা মাধুৰী।



মধুৰ কল্পনা সুখ হিয়াৰ মাজত
সপোনতে জিলিমিলি কৰে অনুৰত।
মনৰ সাধনা আৰু স্তুতি আৰাধনা;
সপোনতে পুর্ণহয় সকলো বাসনা।
কতযে সুখৰ বাহন সপোনে ৰচে
নিমিষতে দুখ-দৈন্য সকলো গুচে।
শোকেৰেই বেৰিথকা হৃদয় জুৰি
তিলকতে জীৱনক নিয়ে স্বর্গপুৰী।
নিতে নিতে সপোনে বাহু দুই মেলি
টোপনিতে আহি কত, কৰি যায় কেলি।
সপোনেই গাঢ়কৰে চেনেহৰ জৰী
লগদিয়ে আহি কত, লাজুকী লগৰী।
ভবিষ্যত আশা-সুখ ৰূপৰ সিনেমি
সজাগি তোলে যে অতীত কাহিনী।
সংসাৰ বিৰাগী যিটো মনৰ মাজত
ভক্তিৰ থাপনা কৰে অনন্তৰ কাষত!
দিঠকে সপোন হয় সম্পূর্ণ জগত
কল্পনা দাপোন থাকে সপোনৰ মাজত
মানব জীৱন হায় সপোনৰ বোজা
জীৱনৰ আদি-অন্ত সপোনতে মজা।

(ইং ২২।৫।৪১ চন)

— x —

# —পূজাৰ ভিখাৰী মই—

বাণী মন্দিৰত মই পূজাৰ ভিখাৰী
পূজাৰ সমল লই.
মন্দিৰৰ কাষত দুখীয়া পূজাৰী
আহিছোঁ অতিথি হই।

আকুল পথিক মই বাক্ দেবীৰ
আশীষ্ পাবৰ মনে.
অপূৰণ জীৱনত পূৰ নাই মোৰ
দেবীৰ চৰণ বিনে।

তুষিব দেবীৰ মন পূজাৰ লগত
নাই একো উপচাৰ.
শূণ্যময় জীৱনত মই আজি চাওঁ
মাথো দেবীৰ বিচাৰ।

আজি কিন্তু দেখিছোঁ যে মন্দিৰৰ পৰা
মই বহু নিলগত;
নোৱাৰো তুষিব দেবীক সুদূৰৰ পৰা
এই ভগা জীৱনত।

মোৰ আৰতি বিহীন নীৰৱ পূজাত
দেবীৰ পীৰিতি নাই;
ফুলহীন প্ৰাৰ্থনাত পূজাৰ কাৰণে
দুৱাৰ মুকলি নাই।

দুৱাৰে দুৱাৰে ঘূৰি ফুৰিলো বিচাৰি
মই শাৰদী পুৱাত,
আয়োজন আৱাহন নাই মন্দিৰত
আজি সকলো নিমাত।



পুৰোহিতৰ অনুমতি দেবীৰ ইচ্ছা
সকলো মোৰ প্ৰয়োজন;
সুদূৰতে আঁতৰাই বিজয়া তিথিত
প্ৰতিমা দিব বিসৰ্জ্জন।

ক'তনা মন্দিৰত গই পূজাৰী বেশে
সম্মুখত কৰিলো আকুল,
নকৰিলে জীৱনৰ আৰতি গ্ৰহন
দেবী জানো মোৰ প্ৰতিকূল?

কাতৰ ভাবেৰে ক'তো প্ৰবেশ দ্বাৰত
বিনয়েৰে কৰো নিবেদন,
নাপাওঁ এফেৰি আশা দূৰ সপোনৰ
মাথো হিয়াভৰা গভীৰ বেদনা।

মিনতি কৰিছোঁ দেবী তোমাৰ কাষত
পূজাৰ আশীষ পাম বুলি,
তোমাৰ কৃপাৰ নিহকিন ভিখাৰী
দয়াকৰি লোৱা মোক তুলি।

(ৱাৰ্দ্ধা যাত্ৰাৰ পাছত লিখা ইং ১৯৪০ চন)

—×—

# বাট তই নকৰিবি ভুল

নাৱৰীয়া কাই তই লুইতৰ বুকত
মৰমৰ নাওঁ খনি লই,
ৰঙা বগা তৰি আঁৰি কোবাল সোঁতত
গই আছা নাওঁ খনি বাই।

বাটত খোৱা জল-পান নাওঁত ভৰাই
নাৱঁৰীয়া ঘাট পাব লই,
ৰঙমনে সকলোৰে মৰম বিচাৰি
মেলি দিছা নাওঁ সিপাৰলৈ।

থৌকিবাথৌ কৰি বহুবাৰ ঘূৰি ঘূৰি
কত'নো চাকনৈয়াত পৰে;
ইকাতি সিকাতি কৰি গুৰি বঠা ধৰি
নাওঁ তোৰ বিপদত তৰে।

ৰিণি ৰিণি দেখা পাই ঘাট অদূৰত
হেপাহেৰে বোৱা তোৰ নাওঁ;
ভাটিয়ালি গীত তই ধৰা ওপৰত
বঠাৰেই ঠেলি নিয়া নাওঁ।

বতাহৰ কোবত শুকুলা পাল তোৰ
দিনে দিনে ভটিয়াই গই,
যাবলগা বাত ভুলি সোঁতৰ লগত
সাগৰৰ ফালে আছে যাই।



নাওঁখনি দেখি মোৰ পৰেযে মনত
কিবা এটি অতীত কাহিনী,
মইও যে ভুল কৰি আহিছোঁ আগত
শুনোঁ কিবা দৈবজ্ঞৰ বাণী;

কতনা ৰিঙিত তোৰ নাওঁ এৰি দিলা
আহি পালা বহুদূৰ বাট,
চাইচিন্তি আগবাঢ়ি আহি আগুৱাই
নেদেখা যে সম্মুখত ঘাট।

পাচফালে ঘূৰি চাই কাঢ়া হুমুনিয়া
কত' দূৰ আহি পালো বুলি
বিশাল সাগৰ মাজে এৰোকে নেদেখি
বিষাদেৰে বঠাগোৱা তুলি।

বগা বগা পাখিবোৰে আকাশত উৰি
কই যায় অদূৰৰ বাট,
আগ্ৰহেৰে ধৰা তই বঠাৰ গুৰিত
সোনকালে পাবা বুলি ঘাট।

বহুদূৰ ভটিয়াই চিন-চাব নাই
নোপোৱা তই ঘাটৰ সন্ধান,
আশা নিৰাশাৰ ভাবে ধৰেহি আগত
গোৱা তেহে বিষাদৰ গান।

কত'যে বিচাৰি সুখৰ আশাত
মিছাতেই হাবাথুৰি খাই ;
ভুল সাগৰত তোৰ নাওঁ যে উটাই
ফুৰি আছা নাওঁ খনি বাই ।

ক'তনো পাবি সেই কল্পনাৰ ঘাট
নাৱঁৰীয়া নাযাবা আগলৈ,
বিপদৰ ফালে নাও আহিছে আগেই
নাওঁ বোৱা এৰি দিয়া তই ।
নাভাবা মনত, এতিয়া নকৰা খেদ
সংসাৰৰ বহুতেযে ভুল ;
নাৱঁৰীয়া কাই নাওঁ এৰি দিয়া তই
বাট তই নকৰিবি ভুল ।

( ইং ১৫। ৫। ৪১ চন )

—×—

## সুখৰ ধেমালি

পল পল দণ্ড কৰি
সময় গইছে উৰি,
নাহে আৰু সেই মোৰ
সময়ৰ মুহূৰ্ত্তবোৰ ;



যেতিয়া কৰিছিলোঁ সুখৰ ধেমালি
সেইদিন গল আজি অজানিতে উৰি ;
সেইদিন নাহে আৰু পুনৰায় ঘুৰি ।
চিৰদিন কাৰো নেথাকে সমানে.
এই কথা সকলোৱে মানিলোৱা মনে ;
এবাৰ জীৱন যদি আগবাঢ়ি যায়
সেই বয়সক আৰু নোৱাৰিবি ঘূৰাবলৈ ।
এতেকে, জীৱনৰ কৰ্ত্তব্য কাম
সময়তে শেষ কৰা
পিচলৈ সেই কাম যেন নোথোৱা ।
হেলা কৰিলে তাৰ অৱশ্যে ফল পাবা ;
শেষত নিজেই নিজক, নিজেই ঠগ খাবা ।

( ইং ১৮। ৮ ৩৮ চন, ৬ষ্ঠ মান শ্ৰেণী )

—×—

## শেষ বিশ্বাস

যতদিন মোৰ কামনা বাসনা
আছিল কত' মনৰ বেদনা,
লুকাই থোৱা সেই আশাৰ কোণত
প্ৰকাশিম আজি শেষ উশাহত ।

কতনা বীণাৰ সুৰৰ তানত
কতো যে গালোঁ শুপ্ত প্ৰাণত ;
উটি ভাহি আহি সংসাৰৰ ঠেকত
শিয়ঁৰি মাতিছোঁ হৃদয় তাঁৰত ।

উশাঁহ মোৰ গভীৰ যাতনা
সঙ্গী মোৰ অটল ভাবনা,
নিতে যি বয় মনৰ সোঁতত
হেঙুলী ওঁঠৰ ৰাগিণী ভাষাত ।

এতিয়া যে মোৰ উশাহ বন্ধ,
চকু থাকিও সকলো অন্ধ ;
সকলোতে কমিছে আত্ম বিশ্বাস
যাচিছোঁ সবাকো শেষ বিশ্বাস ।

( ইং ২৫। ৯। ৩৯ চন, রাঙ্কালৈ যোৱাৰ আগ দিনা লিখা )



# গীত

( ৩ )

নইৰে পাৰতে সন্ধিয়া পৰতে
কিনো গীত লগালি তই ;
কি সুৰ মাতিলি মনতে ডাকিলি
ক'তনো এতিয়া তই ?
কালৈনো যাবলৈ ওলাইছো আগলৈ
কোন বাটে ধৰিছা খোজ
কাকনো মনতে ভাবিছা লগতে
কোনজনক পাবলৈ লগ ?
কিনো তই দেখিছা প্ৰাণ ভৰি হাঁহিছা
উঠিছে মাতৰে ৰ'ল ;
মাতিবা লাহৰী সুধিম মই আদৰি
ক'তনো যাবলৈ বল ।

( ইং ২৪ । ৮ ।৩৮ চন )



## গীত

( ৪ )

আশাৰ সপোন তুমি
সাধনাৰ ধন,
কোৱা ৰূপহী তুমি
হেৰালে আপোন ?
আপোন মনৰ গুপুত কথা
কইদে প্ৰিয়া বুকুৰ ব্যথা !
যদিহে থাকে তোমাৰ মন,
কৰিলোৱা তুমি আপোন জন !
জীৱনে জীৱনে তোমাৰ
এইহে মিলন ;
ভালপোৱা উপযাচি
কৰিবা বৰণ।

( ইং ১৯৩৮ চন )



## গীত

কাঙ্খিত যমুনা, তুমি অপৰূপ ;
লহৰে লহৰে তোমাৰ আপোন স্বৰূপ।
বুকুত সাঁতোৰ লই,
ভৈৰবী পাৰ হই,
কৰিলোঁ আপোনাৰ মিলনৰ ৰূপ ॥
বিধিৰ বিধান যিটো কৰি সমাপন ;
আপোনৰ জেউতি চৰাই,
প্ৰেমৰ হৃদয় বিলাই,
সাধিলো মানবৰ মানবী জীৱন ॥
গোপনে লভিলো মৰম হিয়াৰ,
পাৰ পাই আপোনাৰ,
প্ৰকৃতি মহিমাৰ,
খুলিলো আপুনি মৰম দুৱাৰ ॥

( ইং ১৯৩৮ চন )



# সপোন

কোন তুমি কেনি গলা,
মনৰ বন্ধুটি মোৰ আন্ধাৰ চুকত ;
ওচৰলৈ কাষচাপি আহা
অকলে এই নিৰ্জ্জন পৰত ?
শেতেলিকে সঙ্গীপাতি নিশাৰ পৰত,
কত যে ধেমালি কৰো নজনা সুৰত ;
তথাপিও তুমি বন্ধু নিদিয়া চিনাকী,
জলক মাৰি গুচি যোৱা চকুৰ আঁৰত ।
সপোন মাধুৰী তুমি শেতেলি কোনত,
লাহে লাহে আহিছা কিয় মোৰ ওচৰত ?
আছে নেকি গুপুত ৰহস্য কিবা কামনা !
এতিয়াৰ সময় হৈছে টোপনি আৰাধনা ।
দিঠকত বন্ধু তুমি লগ ধৰি মোক
পাৰিবানে প্ৰকাশিব তোমাৰ ভাষাক ?
সাদৰি শুনিম মই আকুল ৰাগিণী,
হিয়াভৰা সপোনৰ মোহৰ মাধুৰী ।

( ইং ১৫। ৭। ৩৯ চন )



# লাদাখ

( পৰ্ব্বত আৰোহন )

পৰ্ব্বতৰ প্ৰথমচোৱা, শ্বিলঙ পাহাৰ
দেখিলো উনৈচ-শ চৌচল্লিশচনত ;
তাৰপৰা ঘূৰি গই পূৱৰ কোণত
মালয়াৰ পেনাং পাহাৰ বগালো
ছয়চল্লিশ চনত ।

লগে লগে মালয়াৰ সৰু-সুৰা পাহাৰ
টাইপীঙৰ ছয়-সাত হাজাৰ,
বাইশ-তেইশ বয়সত উমলি উমলি
বিদেশী বন্ধুৰ লগত কৰিলো বিহাৰ ।

তেতিয়া দেখিলো আমি দেশে বিদেশে
পাহাৰ বগোৱাতো কোনো কষ্ট নাই ;
সৈনিক যোগ্যতাৰ বাহিৰে আমাৰ
পৰ্ব্বত বগাবলৈ বিশেষ শিক্ষা নাই ।
বাহিৰৰ পৰা ঘূৰি আহি সোমালো কাশ্মীৰ,
উনৈচ-শ ছাপন্নত হিমালয় পকেট ;
কাৰগীল যাবলৈ বালটালৰ পৰা খোজ ললো
এঘাৰ হাজাৰ জজি-লা বাটত ।

পাৰ হলো জজি-লা বৰফৰ মাজে মাজে
বাটৰ সহায় হল লাখুটি হাতত ;

জীৱনৰ একত্ৰিশত অসাধ্যও হল সাধ্য
জজি-লাৰ শুভযাত্ৰা অমৰ নাথৰ কাষত।

লাহে লাহে আগবাঢ়িলো চৈধ্য হাজাৰ ওপৰ
হাম্‌লুটুঙ্‌-লা বোলা টিলা লাদাখৰ;
ৰাইফল কান্ধত কৰি কাৰগীলৰ পৰা
পুৰলৈ যাওঁতে পোষ্টত ইন্দাচ্‌ চেক্টৰ।

ফিৰিলো পৰ্ব্বতৰ মাজৰ পৰা পঁচপন্নৰ অক্টোবৰত
বাটালিক পোষ্টত থাকি ইন্দাচ্‌ চেক্টৰ;
কাৰগীলৰ লা-গাডিয়ান ফিল্ডৰ পৰা
উবাজাহাজত প্ৰথমে উৰি আকৌ শ্ৰীনগৰ।

ঘূৰি ফুৰি আহি এক ওপৰ টিলাত
ৰহিলো ভালকৈ আঠাৰন চনত;
আপোন প্ৰিয়া ৰোহিনীক লগ পাই
বসতি কৰিলো ওখ দাৰ্জিলিং পাহাৰত।

ওচৰতে ঠিয়হৈ আছে কাঞ্চনজঙ্ঘা
মানুহে কেনেলৈ শিখৰত যায়?
বৰফে আগুৰি থকা আঠাইশ্‌ হাজাৰ
মাজে মাজে আমাৰ পৰ্ব্বতেৰে কথা হয়।



ৰোহিনীয়ে সোধে মোক দাৰ্জিলীঙত থাকি
পৰ্ব্বত বগাবলৈ 'মোৰো' মন যায়;
অন্তসত্বাঃ শৰীৰে অতিকষ্টে ভুটিয়া বস্তি বগাই
ন-হাজাৰ ওপৰৰ টাইগাৰ হীল চায়।

দাৰ্জিলীঙত ঘূৰি ফুৰি প্ৰিয়া ৰোহিনীয়ে
ভাৰতীয় 'পৰ্ব্বত-মীউজীয়মত' যায়;
এভাৰেষ্ট বিজয়ী প্ৰথম ভাৰতীয় জন
টেন্‌জিঙ্‌ নৰকেকো তাতে লগ পায়।

'হাৰীৰালী আৰু ৰাস্তাত' ঘূৰি ফুৰি
ষাঠি চনৰ শেষৰ ভাগত,
দাৰ্জিলীঙৰ সেউজীয়া পাহাৰ এৰিলো
প্ৰিয়াক এৰিলো আপোন ঘৰত।

* * *

চৰকাৰী হুকুমত লাদাখলৈ বুলি
পৰ্ব্বতৰ হিমগিৰি চাই চাই উৰিলো;
কাশ্মীৰৰ ওপৰত আকাশী যানেৰে
এঘাৰ হাজাৰ ওখ লেহত উঠিলো।

ওখ ওখ টকলা বৰফেৰে ঢকা
লাদাখৰ সকলো গিৰিসবে বগা;
এঘাৰ হাজাৰৰ ওপৰত থকা মানে
লাদাখী ভাষাত কয় পৰ্ব্বতক—'লা';

লেহৰ পশ্চিমে প্ৰথমচোকী-নাম পেনামিক
পাৰ হব লাগে ডাঙৰ-লা বাটত ;
ওঠৰ হাজাৰ 'ইয়াকৰ* পিঠিত' খাৰছুং-লা পাৰ হলো
দুই নভেম্বৰৰ বাযষ্টি চনৰ দুকুৰি বয়সত।
ইয়াৰ পাচত এটি এটি কৈ ওখো লাদাখৰ পৰ্ব্বত
পাৰ হব লগা হল খোজ কাঢ়ি ;
ইচিঙ-লা, নবুঙ-লা, চাঙ-লা আদি কৰি
যুঁজিলো জীৱনত বাধাত পৰি।

* * *

ক'লা বগা বহুধৰণৰ পৰ্ব্বত দেখিলো
দেখিলো ক'ত ৰংবেৰঙৰ নেদেখা পাথৰ ;
চীনাৰ যুজত ইফালে সিফালে লাদাখত
বগালো জীৱনত ওখ-লা পৰ্ব্বত কঠোৰ।

লাদাখৰ বাটত দীঘল দীঘল 'মেমী' *
শিলৰ ফলিত লিখা বুদ্ধৰ বাণী ;
দলে দলে বহি থকা 'গুম্পাৰ' * মাজত দেখি
কৰ্ম্মহীন লামা ভক্তৰ তাকুনী * ঘূৰোৱা ধ্বনি।

---

* ইয়াক ( YAK )— লাদাখী গৰু।
মেমী— বাটত সজাই ৰখা এক প্ৰকাৰ 'মেমোৰিয়েল'।
গুম্পা— বুদ্ধ মন্দিৰ।
তাকুৰী— লামাবিলাকে মন্ত্ৰ পঢ়ি নাম উচ্চাৰণ কৰি থকাৰ সময়ত
ঘূৰাই থকা বিশেষ ধৰণৰ এবিধ সজুলি।



চাঙ-লা পাৰ হলো লাদাখত তিনিবাৰ
ষোল হাজাৰৰ পৰ্ব্বত শিখৰ ;
ইচিঙ-লা সোতৰ হাজাৰ পাৰ হই
চায়ক আহিলো দুৰবুকৰ ওচৰ।

পেঙ্গুন লেকৰ পাৰত চুচুলত তুমুল যুদ্ধ
লাদাখত চীনাই কৰিলে আক্ৰমন ;
ষোল হাজাৰ দৌলত-বেগত থাকি শুনিলো
কুমাউন্ সৈন্যই যুঁজিলে মহাবিক্ৰম।

সিন্ধু নদীৰ পাৰত কিছুদিন কেম্প পাতিলো
চীনা আক্ৰমনৰ শেষত আহি ;
* 'আপোন-প্ৰিয়া' লিখিলো লাদাখৰ বৰফত
চুমাঠাঙৰ মাটিৰ তলৰ কেম্পত বহি।

লাদাখত লাদাখী তিব্বতীয়ান জাতি
সকলোৱে ধৰে প্ৰায় লামাৰ ভেশ ;
লাদাখীয়ে কয় ভগবান—'কুশুক'
দালাই লামাৰ অনুগামী ভক্তৰ দেশ।

---

* আপোন-প্ৰিয়া চতুৰ্থ ভাগ।

লাদাখিনীয়ে পিন্ধে ভাল আবৰণ নাম 'ঘুনচা'
খাদ্য খায় দেখাত খিচৰীৰ নিচিনা 'থুপকা'
মতা মাইকীৰ প্ৰায় সকলো একেই পোষাক,
কাণত ডিঙিত আৰু মূৰত শোভে 'জুমকা।

একষষ্টি চনৰ পৰা পয়ষষ্টি চনলৈ
দেখিলো লাদাখৰ বহু শীত আৰু বসন্ত ;
কত'লা গণিলো আৰু কত'ইয়াক'-ঘোঁৰাত উঠিলো
নেদেখা জনক কৰলৈ নাই ইয়াৰ অন্ত।

* * *

এই যে লাদাখ দেখিছো,—
বৰফেৰে আছা শৃঙ্গ ভৰি,
পৃথিবীৰ পৰ্ব্বত ভূমি,
কলুষিত হোৱা নাই তোমাৰ ওখ ভূমি।
মহ নাই, মাখি নাই, পোচা-মৰাৰ গোন্ধ নাই
নাই তোমাৰ আধুনিক সমাজৰ ব্যভিচাৰ দুৰাচাৰ।

---

ঘুন্চা— মতা-তিৰোতাই পিন্ধা এবিধ পোষাক।
থুপকা— এবিধ খাদ্যৰ নাম।
জুম্কা— এবিধ অলঙ্কাৰ।



হোজা হোজা লাদাখী, নেজানে বাহিৰৰ বিলাসী ;
মিছা সঁচাৰ তৰ্ক নাই সকলোৱে ভাই ভাই।
লামাৰ পবিত্ৰ ভূমি,
হিমালয়ৰ শৃঙ্গ তুমি।
নাই এতিয়ালৈ লাদাখত ডকাইত আৰু চোৰ
তোমাৰ পবিত্ৰ ভূমিত এতিয়া বাঘ-ঘঙৰো নাই দৰ
হে লাদাখ! তুমিয়ে নেকি ওখ ভূমি
স্বৰ্গৰ বাটৰ ?
যুধিষ্ঠিৰৰ সহযাত্ৰী দ্ৰৌপদী, ভীম বৃকোদৰ ;
আৰ্য্যৰ দলটো গৈছিল মহাভাৰতৰ ?
লাদাখৰ পৰ্ব্বত ভূমি,
সমুদ্ৰৰ উথল পানী,
তোমাৰেই হিয়াগলা বৰগণি!
পাৰ্ব্বতী হয় তোমাৰ জীয়ৰী,
গন্ধৰ্ব্বৰ কিন্নৰীসকল তোমাৰ বোৱাৰী
অমৰ নাথ বহে তোমাৰ কোলাত,
কৈলাস পতি থাকে তোমাৰ গুহাত ?

সেয়ে,
সিন্ধু নদে বৰফৰ সাঁকো সজাই লাদাখত,
কত'বাৰ ঘুৰা পকা কৰে আপোন সোঁতত।

দালাই লামাৰ পূৰ্ব্বজন্মৰ বিশ্বাস ধৰি,
মহাবোধি চৰ্চ্চাকৰে লাদাখীয়ে ভগবানৰ আশাত
পৰি ?

শীতল লাদাখ,
হিমগিৰি বোলা তুমি হিমৰ আলয়,
বিজয় গৌৰৱে আছা পৰ্ব্বত আগুৰি ;
অতীতৰ কোচখোৱা পৃথিবীৰ ভিতৰ,
দেখাবলৈ শক্তি তোমাৰ সত্যক বিচাৰি।

প্ৰশস্ত হিমালয়ৰ পৰ্ব্বত শিখৰ,
অজ্ঞাত 'তুষাৰ মানৱ' তোমাৰ ভিতৰ ?
'য়েটি'ৰে বোলা প্ৰাণী এক মহা বিস্ময়ৰ
ঘূৰিফুৰে লাদাখৰ বৰফ অন্তৰ ?

হে বেদান্ত! লাদাখৰ হিমাদ্ৰী অঞ্চল!
গিৰি চূড়ামণি তুমি ভাৰতৰ উত্তৰ,
শ্বেত শুভ্ৰ বৰফৰ ৰূপালী প্ৰকৃতি,
সৃষ্টিৰ কাৰুকাৰ্য্য ব্ৰহ্মাৰ হাতৰ ?

( লেহ লাদাখ ইং ১৯৬৪ চন )

# লাদাখ দেখিছা ?

দেখা নাই যদি আহা-হেৰা পথযাত্ৰী
আগুৰাই পৰ্ব্বত পাহাৰ ;
হিমালয়ৰ মাজত লা—ৰ ওপৰত,
লাদাখৰ শিখৰ চাঙ্-লাৰ।

কত বকুৱাই সাগৰ দেখিলে—
কত ফুকনে পৃথিবী ঘূৰিলে ;
হিমালয় লাদাখ ভূমিত—ভাৰতৰ
যুধিষ্ঠিৰৰ বাহিৰে কোনো যাব নোৱাৰিলে।

পেৰিচ নহয়, লণ্ডন নহয়—
নহয় ই ৱাচিঙ্টন্
কাশ্মীৰৰ উত্তৰী জিলা
ভাৰতৰ জাগ্ৰত সীমান্তন্।

এঘাৰ হাজাৰ ফুটৰো ওখৰ ঠাই
গোটেই লাদাখ চাৰিমাহ বৰফে ভৰা ;
সিন্ধু—চিয়ক-চেনাব আদিক বাৰমাহে
বুকুৰ পানীৰে যোগান ধৰা।

লা-মানে পৰ্ব্বত, লাদাখৰ গৰ্ভত
ভৰি আছে চাং-লা, ইচিং-লা, খাৰডুং-লা
জাৰা-লা, হাম্‌লুটুং-লাকে আদিকৰি
কাশ্মীৰৰ পথত দক্ষিণ দুৱাৰে জজিলা।

লা-ৰে অৰ্থকৰা লেহ লাদাখ আৰু লাচা
লামাৰ গুম্পা সংস্কৃতি চৰ্চ্চাৰ লগত,
যি ঠাইত আছিল দলৈ লামা
তপ জপ অধ্যয়ন সকলো তিৰ্ব্বতৰ ভিতৰত

লামাৰ সংখ্যা নাই লাদাখ দেশত,
ঘৰে ঘৰে একোজন অৱশ্যে হবলা;
বহিৰ দেশত চিনিপোৱা এজন মানুহ
হেড্‌লামাৰ আসনত কুচব্‌ বাকু-লা*।

বাটৰ কাষে কাষে 'মামী' সজাই ৰখা
শিলৰ ফলিত বুদ্ধৰ বাণীৰ স্মৃতি;
লাদাখৰ মন্দিৰ হল মন্ত্ৰপুত গুম্পা
বাৰমাহে তেৰ পূজা লামাৰ কীৰ্ত্তি।

---

(* লা=ওখ পৰ্ব্বত)



'হটস্প্ৰীঙ্‌' শ্বহীদৰ স্মৰণীয় স্তম্ভ,
সীমান্তৰ ওচৰত থকা ৰণক্ষেত্ৰ চুচুল,
চীনাযুদ্ধত হতহোৱা সাহসী বীৰৰ
লাদাখৰ প্ৰতীক চিহ্ন মহাদেৱৰ অস্ত্ৰত্ৰিশূল।

লাদাখৰ পেঙ্‌গন পানীৰ বিল
মনে হয় চাইবেৰিয়াৰ বৰফ পথাৰ।
শীতল পানীৰ ঢউ ওখ মালভূমিত
শীতৰ কালত হয় বৰফৰ পাথৰ।

লাদাখৰ মাটিকালি হিমালয়ৰ পাথৰ খালি,
ফল আছে ফুল নাই,
খুৰবানী, নাচপতি, আপেল আদি
ঠায়ে ঠায়ে আঙ্গুৰো পায়।

ভাৰতীয় ৰাবাজীয়ে 'মিনিড্ৰেচ' পিন্ধি
'ৰাবা' মহাদেৱক অনুসৰণ কৰে;
লাদাখ বাসীয়ে কিন্তু সকলোৱে
প্ৰায় 'মেক্সিহে' পচন্দ কৰে।
লাদাখৰ গাভৰুৰ চুলিৰ 'ফেশ্যন্‌'
সৰু সৰু জৰিবতি কৰে এগোচা;
নাৰী শৰীৰক আবৰণ কৰে
ডাঙৰ 'গাউনৰ' নিচিনা ঘ্‌নচা।

লাদাখৰ আকাশত ডেকতা পেকেট,
    ইলুশ্যান্ হেলিকপ্টাৰ শগুণ উৰাদি উৰে
শীত কালৰ চাৰিমাহ প্ৰায় আকাশৰ পৰা
    কঁপাহী তুলাৰ নিচিনা বৰফ সৰে।
লগতে পেৰাচুটৰ ছাতা উৰি
    আকাশ আগুৰি ধৰে;
দূৰ-দূৰান্তৰ পৰা আহি লাৰ উপৰেদি
    পৰিবহনক সহায় কৰে।
লাদাখৰ পাথ্ৰৰত পৰশমণি থাকিব পায়,
    ইউৰিনিয়াম আদিও বিচাৰিলে পায়।
বৰফৰ পথাৰত কস্তুৰী হৰিণ চৰে,
    ঠায়ে ঠায়ে পৰ্ব্বতত বনৌষধিৰে ভৰে।
ইংৰাজী উন্নৈচশ একষষ্ঠি চনৰ পৰা
    পয়সত্তিলৈ ঘূৰিপকি অনেক দেখিলো;
লেহ পেনামিক্ চিয়ক আৰু দাৰবুকত থাকি
    চুমাঠাঙত কিছুদিন শান্তিৰে বহিলোঁ।
লাদাখৰ বৰফৰ বাঙ্কাৰত থাকি
    আপোন-প্ৰিয়াৰ সপোন ৰচিলো;
মেঘক দূত কৰি ওদালগুৰিলৈ
    প্ৰিয়াক বাতৰি দিব অসমত পঠালোঁ।

—শেষ—

# লিখকৰ পৰিভ্ৰমন আৰু দৰ্শনীয়ৰ সংক্ষিপ্ত টোকা

| ইংৰাজী চন | ঠাই আৰু দৰ্শনীয় |
|---|---|
| ১৯৩৯ চনঃ— | কলিকতা। ৱাৰ্দ্ধা (গান্ধী আশ্ৰম) এলাহাবাদ (আনন্দ ভবন, ত্ৰিবেনী সঙ্গম। বেনাৰস (বিশ্বনাথ মন্দিৰ, হিন্দু বিশ্ববিদ্যালয়, কাশী বিদ্যাপীঠ। দেওঘৰ (বৈদ্যনাথ ধাম : ৰৰহজ (বাবা ৰাঘৱৰ আশ্ৰম)। |
| ১৯৪২ চনঃ— | পাবনা (হিমাইত পুৰ সৎসঙ্গ, শ্ৰীশ্ৰী ঠাকুৰ দৰ্শন)। কলিকতা, |
| ১৯৪৪ চনঃ-- | শিলং, কলিকতা, লক্ষ্ণৌ। |
| ১৯৪৫ চন — | দানাপুৰ, পাটনা। |
| ১৯৪৬ চনঃ— | হিমাইপুৰ, কলিকতা, দেৱলালী (নাছিক) |
| ১৯৪৬ চনঃ - | ভিজিগাপট্টম। ভাৰত মহাসাগৰৰ তৰঙ্গ। |
| ১৯৪৬ চনঃ-- | দক্ষিণ-পূৰ্ব্ব জাভাদেশ বাটাভিয়া (জকার্টা)। সুৰেবিয়া, বান্দুঙ, বাকাসিৰ যুদ্ধ ক্ষেত্ৰ। জাভা ষ্ট্ৰেইট। |

১৯৪৭ চনঃ— মালয় দেশ—পোর্ট চুয়েটাংহাম। সঙ্গাই পাতানি। পেনাং ( সাপ মন্দিৰ )। টাইপীং। ই পোহ। কালালামপুৰ। চিঙাপুৰ। ভাৰত মহাসাগৰৰ তৰঙ্গ।

১৯৪৭ চনঃ— দক্ষিণ ভাৰত— বম্বে। মাদ্ৰাজ। আৱাদী। পুনা।

১৯৪৭ চনঃ— পশ্চিম ভাৰত— বম্বে ( আন্ধেৰী )। আহ্মেদাবাদ। ৰাজকোট ( দ্বাৰকা ) জুনাগড়।

১৯৪৮ চনঃ— উত্তৰ ভাৰত— লক্ষ্ণৌ। দেওঘৰ। কলিকতা।

১৯৫০ চনঃ— ৰুৰকী। দেৰাডুন। চক্ৰতা ( জনচাৰী এলেকা )।

১৯৫১-৫২ চনঃ— চাহাৰান পুৰ। হৰিদ্বাৰ ( কন্খল, গুৰুকুলকাঙ্গেৰী মহাবিদ্যালয় )। ঋষিকেশ ( শিৱানন্দ আশ্ৰম )। মৌচুৰী।

১৯৫৩-৫৫ চনঃ— কাশ্মীৰ দেশ— শ্ৰীনগৰ। দ্ৰিগুমুল্লা। নাস্তাচন পাচ্ ( ১০০০০ ফুট )। ৰাৰেমুল্লা। বান্দিপুৰ ( উলাৰ লেক )। ৰাজধান পাচ্ ( ১১৬৭৫ ফুট )। জন্মু। গুৰেজ। ( দাললেক, নিশাদ গাৰ্ডেন, চালিমাৰ বাগ, চশ্মা চহী )। জজিলা পাচ ( ১১৫৭৫ ফুট )। ড্ৰাচ।



কাৰগীল। হামলুটুংলা ( ১১০০০ ফুট )। বাটালিক ( ইন্দাচ্ চেক্টৰ ) লা-গাডিয়ান এয়াৰ পোৰ্ট ( কাৰগীল )। গুলমাৰ্গ, সোনমাৰ্গ।

১৯৫৬ চনঃ— পূৰ্ব্ব ভাৰত— শিলং। নেফা ( সুৱন শিৰি ডিভিজন )। জিৰো ( অকা, দফলা অঞ্চল )।

১৯৫৬-৫৮ চনঃ— উত্তৰ ভাৰত— লক্ষ্ণৌ। দিল্লী ( ৰাজঘাট, কুতুবমিনাৰ, লালকিল্লা )। আগ্ৰা ( তাজমহল )। কানপুৰ।

১৯৫৮-৬১ চনঃ— দাৰ্জিলীং। দেওঘৰ। কলিকতা ( ভিক্টোৰীয়া মেমোৰীয়েল, দায়মণ্ড, হাৰবাৰ, বঙ্গোপসাগৰ )। কোচবিহাৰ।

১৯৬১ চনঃ— লাদাখ এলেকা— আদামপুৰ ( ভাৰতৰ উত্তৰসীমান্ত। লেহ।

১৯৬২ চনঃ— লাদাখ ( খাৰদুংলা পাছ ১৮৩৩০ ফুট ), পেনামিক পোষ্ট। ইচিংলা পাচ ( ১৭৮৫০ ফুট )। চায়ক পোষ্ট ( ১২-১৩৬ ফুট )। মুৰ্গ, দৌলত-বেগউল্দী পোষ্ট ( ১৬০০০ ফুট )।

১৯৬৩ চনঃ— তুৰবুক। চাংলা পাচ্ ( ১৬৩৭০ ফুট চুমাথং। লেহ।

১৯৬৪-৬৮ চনঃ— চান্দিগড়। দেওঘৰ। গয়া। কলিকতা শিলং।

১৯৭২ } চনঃ— নেফা অঞ্চল— তেজু, পৰশুৰাম কুণ্ড। (লোহিত আৰু মিচিমী পাহাৰ)। (চৌখম টিৰাপ জিলা) (খামটী অঞ্চল)। নামছিক। মিয়াও (চিমফো অঞ্চল)। খুনছা (নক্টে, টানচে, ৰাংচু অঞ্চল)। খাৰচাং।
১৯৭৭ }

১৯৭৫ চন:— ৰায়িঙ আৰু কুন্দিল অঞ্চল

---